অ ন্য
যু গ অ ন্য
পু ৰু ষ অ ন্য যু
গ অ ন্য পু ৰু ষ অ ন্য
যু গ অ ন্য পু ৰু ষ অ ন্য
যু গ অ ন্য পু ৰু ষ অ ন্য যু গ
অ ন্য পু ৰু ষ অ ন্য যু গ
অ ন্য পু ৰু ষ অ ন্য
যু গ অ ন্য
পু ৰু ষ

# অন্য যুগ অন্য পুৰুষ

শ্রীদেবেন্দ্র নাথ আচাৰ্য্য

গুৱাহাটী বুক ষ্টল • গুৱাহাটী-৩




**ANYA YUG**
**ANYA PURUSH**

*A wonderful Novel with rural Background, written by Debendra Nath Acharya and Published by Bangshidhar Sarmah. M/s. Gauhati Book Stall, Silpukhuri, Gauhati - 3. Price Rupees Four and Paise Fifty only.*

॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : মাৰ্চ ১৯৭০ চন ॥

॥ বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ॥



॥ ছপা : শ্ৰীৰাধানাথ সাঁতৰা ● সাৰদা প্ৰিন্টিং ৱৰ্কছ ● ঘোষ লেন ● কলিকতা-৬ ॥

॥ মূল্য : চাৰি টকা পঞ্চাশ পইচা মাথোন ॥



যাৰ মহান,
প্ৰগতিশীল
ব্যক্তিত্বৰ
অতি
অলপদিনীয়া
অথচ
নিবিড়
সান্নিধ্যৰ ছাঁত
মোৰ——
আদৰ্শ,
চিন্তাধাৰা
আৰু
দৃষ্টিভঙ্গীয়ে
ঠন ধৰি উঠি
এক
সম্পূৰ্ণ
নতুন ৰূপ ললে,
সেই
শ্ৰদ্ধাষ্পদ
শ্ৰীযুত মোহিনীনাথ ফুকনদেৱৰ
নামত
শ্ৰদ্ধা
আৰু কৃতজ্ঞতাৰে————

॥ শ্ৰীদেবেন্দ্ৰনাথ আচাৰ্য্য ॥

# এয়া কাৰ

এই উপন্যাসৰ লিখক শ্ৰীদেবেন্দ্ৰনাথ আচাৰ্য্য এজন প্ৰতিভাশালী ইঞ্জিনিয়াৰ। ইঞ্জিনিয়াৰিং বিষয়ত তেওঁ বিলাতৰ বিশ্ববিদ্যালয়ত উচ্চ শিক্ষা লাভ কৰাৰ উপৰিও ইউৰোপৰ বহু ঠাইত কাম কৰাৰ অভিজ্ঞতা অৰ্জন কৰে; আমেৰিকালৈ তেওঁ যোৱা নাই যদিও সেই দেশৰ এটা বৃহৎ ইঞ্জিনিয়াৰিং সন্থাই এটা সোণৰ পদকৰে তেওঁক সন্মানিত কৰি তেওঁৰ প্ৰতিভাক স্বীকৃতি জনাইছে। এতিয়া স্বদেশতো তেওঁ তেওঁৰ নিজা কৰ্মক্ষেত্ৰত অসামান্য প্ৰতিভাৰ চিনাকি দিছে, সেই কথা জনালোকে জানে।

প্ৰায় দুবছৰমান কাল শ্ৰীআচাৰ্য্যৰ প্ৰতিবেশী হিচাবে বাস কৰাৰ মোৰ সৌভাগ্য হৈছিল। সেই সময়তে যন্ত্ৰ-পাতি আৰু কল-কাৰখানাৰ মাজত ব্যস্ত থকা এই ইঞ্জিনিয়াৰজনৰ মাজত মই এজন কবি আৰু ঔপন্যাসিকক আবিষ্কাৰ কৰো। 'মৌ'-খ্যাত ৺বলিনাৰায়ণ বৰাৰ পৰা আৰম্ভ কৰি শ্ৰীহৰিপ্ৰসাদ বৰুৱালৈকে কেইবাজনো ইঞ্জিনিয়াৰে অসমীয়া সাহিত্যলৈ মূল্যবান অৰিহনা আগবঢ়াই গৈছে। শ্ৰীআচাৰ্য্যও সেই শাৰীৰে এজন প্ৰতিভাশালী লিখক বুলি মোৰ নিজৰ বিশ্বাস জন্মিছে। অসমীয়া ভাষাত সাৰ্থক সামাজিক উপন্যাসৰ সংখ্যা অতি কম। শ্ৰীআচাৰ্য্যই 'অন্য যুগ অন্য পুৰুষ' নামৰ এই উপন্যাসত আমাৰ হেৰাই যাব ধৰা গাৱঁলীয়া সমাজ এখনৰ এটা নিখুঁত বাস্তৱ চিত্ৰ বিষয়োপযোগী মনোগ্ৰাহী ভাষাৰে বৰ্ণনা কৰিছে। বৰ্ত্তমান কালত যি দ্ৰুত গতিৰে Urbanisation হব ধৰিছে, অৰ্থাৎ চহৰীয়া পৰিবেশৰ দ্ৰুত সম্প্ৰসাৰণ ঘটিব ধৰিছে, তাৰ কোবাল সোঁতত আমাৰ গাৱঁলীয়া জীৱন-ধাৰা তাৰ হাজাৰ বছৰৰ স্মৃতি, স্বপ্ন পৰম্পৰা আৰু বৈশিষ্ট্যৰে সৈতে সমূলি নিশ্চিহ্ন হবৰ উপক্ৰম হৈছে। এই উপন্যাসৰ বুকুত তেনে এটি জীৱনৰ ছবি চিৰকাললৈ বন্ধা হৈ ৰ'ল। আমাৰ হেৰাই যোৱা এটা যুগ আৰু এটা জীৱন-ধাৰাৰ সাক্ষী হৈ এই ছবিয়ে বহুতৰ মনতে কৰুণ নষ্টালৃজিয়াবোধৰ সঞ্চাৰ কৰিব।

হোমেন বৰগোহাঞি







“বৰ আইকণ, আছাহঁক নে ?” হুটুপীয়া চ'ৰাঘৰৰ নাহৰ কাঠৰ বৰখুটাত চিৰিপনি হেন লিক্‌লিকিয়া বৰশী ডাঁৰি হুটা আওজাই বেং-বেলেষ্টৰে পিৰালীতে ফু এটা মাৰি বহিল ; বহিয়েই থোচনাৰ পৰা আওপুৰণি মদৰুৱা হাচটিথন উলিয়াই খুন্দা তামোলৰ ৰঙাগুড়ি অকণ আঙুলিৰে টিপামাৰি মুখত লৈ পকটিয়াবলৈ ধৰিলে আৰু গৃহস্থৰ অভ্যৰ্থনাৰ কাৰণে সাজু হৈ আগ্ৰহেৰে অপেক্ষা কৰি থাকিল।

সিফালে ৰান্ধনী বেলি ডুবিবৰ হওঁ হওঁ। চৰুলৈ জাল নিবলৈ ওলোৱা আইতাই “এই কালসন্ধ্যাখন ডবাত কোব পৰোঁতেই এইপাট ওলালহি আৰু!” বুলি মুখতে ভোৰভোৰাই পিতলৰ চাউলধোৱা খৰাহীত আৰু এমুঠি চাউল বঢ়াই দিলে ; কাৰণ বেং-বেলেষ্টৰ আহিল যেতিয়া থাকিবই। থাকিবই মানে তোমাৰ পৰা চালপীৰা-পাটী নিবিচাৰে, মুকলি চ'ৰাঘৰটোৰ এচুকত থৈলা বা চটি এখন পাৰি তাতে তেওঁৰ ছিৰলি ছিৰলি চুৰিয়াৰ আগটো চাদৰ হিচাপে আৰু কাৰোবাৰ পৰা খুজি-মাগি অনা ফটা বনিয়নটো আৰু

গামোচাখন ভৰাই থোৱা হাতমোনাটোকে গাৰু হিচাপে লৈ ৰাতিটো পৰি থাকিব। জাৰকালি হলে ওপৰত থৈলা চটি বা গৃহস্থই দিয়া ফটা কঁথাখনকে গাত লব। গৃহস্থৰ ঘৰত খাবলৈ একো নাথাকিলে লঘোণে-ভোকেই পৰি থাকিব; গৃহস্থক শাওপাত দি পদূলি ডেই অন্য এঘৰলৈ নাযায়। অৱশ্যে গাঁৱৰ মানুহে পৰাপক্ষত নাই বুলি নকয়ো; ঈশ্বৰৰ কৃপাত গাওঁখনত সকলোৰেই ছুবেলা ছুমুঠি খাবলৈ জোৰে আৰু অতিথি-অভ্যাগতক শাকে-পাতে আহু-উখুৰাৰে হলেও ভাত এমুঠি খুৱায়। তাতে গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ— বেলেষ্টৰ সদায় গধূলি বেলিকা ওলায়হি। আমাৰ গাওঁখনৰ মানুহবিলাকে বেলেষ্টৰক বেলেগ চকুৰে চায়—নিজৰ পৰিয়ালৰ মানুহ বুলিয়েই ধৰে। জীয়াৰী-বোৱাৰীয়ে বেলেষ্টৰৰ আগত ওৰণি নলয়, লৰা-ছুৱালীবিলাকে অনবৰতে তেওঁক বেঢ়ি ধৰি থাকে—সাধু শুনাৰ লোভত। বেলেষ্টৰ ঘৰখনত থাকিলে গৃহস্থৰ ঘৰত সাহ এটাও বাঢ়ে। গতিকে মুখেৰে 'এইপাট' 'সেইপাট' বুলি লোকক দেখুৱাই কলেও ঘৰখনৰ সকলোৱে বেলেষ্টৰ আহিলে পেটে পেটে ভালেই পায়।

আমি নিজেই সৰু থাকোঁতে বেলেষ্টৰ প্ৰায় সত্তৰ বছৰীয়া বুঢ়া। শোটোৰা শোটোৰ ছালেৰে পকাচুলীয়া ক্ষীণ হটঙা বেলেষ্টৰে সোলা মুখখন মেলি দাঁতৰ আলু উলিয়াই হাঁহি হাঁহি আমাৰ আগত নানা ধৰণৰ কথা কয়—সাধু, উপকথা, তেওঁৰ সত্তৰ বছৰৰ অভিজ্ঞতাবোৰ। কেতিয়াবা ছুখৰ কথা কওঁতে বেলেষ্টৰৰ ঘোলাপৰা চকুহুটা ঢুল-ঢুলীয়া হৈ পৰে, বৰশী ডাঁৰি যেন লিক্‌লিকিয়া হাত-ভৰিবোৰ কঁপে। জাৰকালি ভগা কেৰাহী এখনত বাঁহৰ মূঢ়া; কাঠৰ ছলি বা গোবৰ-খুটিৰে জুই একুৰা ধৰি আঁঠু ছুটাৰ মাজত মূৰ সুমুৱাই তিনিমূৰীয়া হৈ বেলেষ্টৰ বহে; গাত ফটা চাদৰখন লৈ ঠক্‌ঠক্‌কৈ কঁপে, গাল ছখন ফুলাই ওফন্দা মুখখন দীঘলীয়া কৰি জুইত ফু দিয়ে, আওঠাৰ ওপৰৰ পাতল বগা ছাঁইবোৰ উৰি আমাৰ মূৰে-গায়ে পৰে আৰু



উমলগা ধোঁৱাই থকা জুইকুৰা বেঢ়িকুৰি বহি তাৰ টিমিকি টিমিকি পোহৰত আমি একান্তমনে বেলেষ্টৰে কোৱা সাধু শুনি শুনি জাৰকালিৰ সন্ধিয়াবোৰ কটাওঁ। বেলেষ্টৰ আহিলে আমাৰ আনন্দৰ পাৰ নাথাকে। মহাশয়ে ঘৰত কৰিবলৈ দিয়া অঙ্ক আৰু পাঠ আবেলিতে কৰি-মেলি আজৰি হৈ গধূলি সাধু শুনিবলৈ সাজু হৈ বাট চাই থাকোঁ। সন্ধিয়াৰ লগে লগে কান্ধত বৰশী ছুটা আৰু হাতত এজোটা মাছ লৈ বেলেষ্টৰ আহি চোতালত থিয় হয়হি, "আজি কোনোমতে এসাজৰহে হ'ল, বৰ আইকণ"। বেলেষ্টৰে কয়, "চকুৰে পুঙা ভালকৈ নমনো নহয়, মাছ এৰায়ো যায়। তাতে কি দিনকাল হৈছে সকলো বস্তু এপদ ছুপদকৈ হৰি আহিছে দেওহে—খালে-বিলে মাছ নোহোৱাই হ'ল। কি দিন আছিল, কি হ'ল! নাৰায়ণ!"

"এতিয়া ৰাতি এপৰত এওঁ উলিয়ালেহি আৰু মাছ এগাল"— তাকৰীয়া মাছকেইটাৰ কাৰণে কেঁচাখৰিৰে উমাই উমাই মচুৱা চকু জলাব লগা হোৱাত বিৰক্তি বোধ কৰা খুৰীটিয়ে কয়, শুনি বেলেষ্টৰে মুখখন আমোলাই মূৰে-কপালে হাত দি চোতালতে বহে। "তেনেকুৱা-খননো কৰ কেলেই" আইতাই খুৰীটিক কয়, "দিনটো বৰশী বাই আনিছে, তেওঁকে লৰা-ছোৱালীকেইটাকে জোল অকণকে কৰি দে। আয়তী মানুহ থকা ঘৰত মাছ পেলনি নিয়াব নাপায় নহয়। তইঁতেও জোল অকণকে খাবি।"

গাখীৰ নিদিয়া কাৰা ৰঙা চাহ এবাটি গুড় এলেপাৰে সৈতে খাই বাটিটো ধুবলৈ বেলেষ্টৰ পুখুৰীলৈ যায়। বাটত দলঙত উজুটি খাই "এইখন কণামুণা এন্ধাৰ হলেই দেওহে" বুলি গোৰ্‌গোৰায়। ধোৱা বাটিটো ছুৱাৰচুকত উবুৰিয়াই থৈ ওচৰত কাৰোবাক দেখিলে কয়, "এঃ বুঢ়া আঙুলিৰ নখটো একেবাৰে এৰুৱাই নিলে। গধূলিতে বিহে ঘোপমৰা এন্ধাৰ চোৰে সেৱা কৰি থাকিলেও নেদেখি। আশীৰ্ব্বাদ একেষাৰকেনো কেনেকৈ দিয়া। চাওঁ আইটী আয়দিন অকণকে দিয়াচোন···।"

ভিতৰৰ বাৰাণ্ডাৰ খুটাতে আউজি বহি বেলেষ্টৰে হাচটিৰ পৰা খুন্দা তামোলৰ গুড়ি অকণ উলিয়াই মুখত লয়; বেঢ়িকুৰি বহি থকা আমাৰ কোনোবা এটাক আইতাৰ পৰা "সবিয়হ এটাৰ একালমান" মুখত থোৱা ধঁপাত আনিবলৈ পঠায়—বোলে লৰা হলে পাচে, খুৰ হলে চাচে। আইতাই কাকবাঁহৰ দুহতীয়া চুঙাৰ পৰা ছাতিদণ্ডিৰ শলাৰে কুৰুকি কুৰুকি এচিকটামান মলমলাই থকা অসমীয়া ধঁপাত দিয়ে। তাকে আমি বেলেষ্টৰক দিওঁহি। তেওঁ তাৰে এধানমান খায় আৰু বাকীকণ হাচটিথনৰ এচুকত আটোম-টোকাৰিকৈ বান্ধি থয়। "তামোল অকণ সদায় খাবি বোপাইহঁত", বেলেষ্টৰে প্ৰফুল্ল মনেৰে তামোল পকটিয়াই কয়, "দাঁতকেইটা ভালে থাকিব।" আইতাই বটাটো লৈ লৰালৰিকৈ ভিতৰ সোমায়—"ওঁ এই সনাহিগালক লগাই দিয়া মোৰ বটাটো নিকা কৰি ৰাখিবলৈ। এনেয়ে আটিছে···।"

"বিড়ি-চুৰটবোৰ নাখাবি" বেলেষ্টৰে প্ৰায়েই কয়, "মলাধঁপাতো নেখাবি। এইবোৰ এবাৰ খাবলৈ ললে আৰু এৰিব নোৱাৰ, নিচা বহি যাব। বিড়ি-চুৰটবোৰৰ পাছফালে আকৌ কুম্পানীয়ে অকণমান কানি লগাই দিয়ে, সেই কাৰণে ৰাগী বহে আৰু মানুহবিলাকে হোবাহোৰে কিনি খায়। নহলে কুম্পানী কেনেকৈ চলিব?"

"কোৱাচোন বেলেষ্টৰকাই কুম্পানীৰ কথা কোৱা!" এতিয়া বেলেষ্টৰ আমাৰ সম্পত্তি হ'ল। জাৰকালি হলে বেলেষ্টৰে উঠি গৈ জুইকৰা ধৰিব দিনতে চাই থোৱা মূঢ়া, ছলি আৰু গোঁবৰ খুটিৰে আৰু জুইৰ ওপৰত হাত দুখন মেলি ডুখৰিপীৰাত কুচিমুচি বহিব, গৰমকালি হলে বাৰাণ্ডাতে খুটাটোত আউজি বহিব, তাৰ পিচত কুম্পানীৰ কথা কব।

বেলেষ্টৰৰ মতে কুম্পানী কেইবাবিধো আছে—ৰেলকুম্পানী, জাহাজকুম্পানী, তেলকুম্পানী, চাহকুম্পানী, বিড়িকুম্পানী ইত্যাদি। কিন্তু দৰাচলতে এই সকলোবিলাক মহাৰাণীৰ চৰকাৰী ইস্তিন্দিং



কুম্পানীৰ অংশহে—এইবোৰৰ আচল মালিক হল খোদ মহাৰাণী ভিক্টোৰীয়া; তেওঁ সাতসাগৰ তেৰনদীৰ সিপাৰত বিলাত নামে স্বৰ্গ হেন অমৰাপুৰীতে বসতি কৰে আৰু তাৰ পৰাই হীৰা-মুকুতা খটোৱা সিংহাসনত বহি হাতত ৰাজদণ্ড লৈ গোটেই পৃথিবী শাসন কৰে। ৰাইজৰ পৰা তেওঁৰ বিষয়াসকলে গোটোৱা ৰাজহি-ততহিৰ ধনৰ উপৰিও এই কুম্পানীবোৰৰ যোগেদি তেওঁ বহুতো ধন গোটায়। তাৰে প্ৰকাণ্ড প্ৰকাণ্ড হাতী পোহে, ৰমকজমক কাৰেঙত হেজাৰ হেজাৰ দাস-দাসী লৈ থাকে আৰু ডাঙৰ ডাঙৰ ৰাজসভা পাতে। তেওঁৰ ৰাজ্যত বেলি ডুব নেযায়, তেওঁৰ আদেশত সাগৰ শুকায়, নৈয়ে সোঁত সলায়, ডাৱৰে বৰষুণ দিয়ে, মহাৰাণীৰ নামত বাঘে-গৰুৱে একেঘাটতে পানী খায়।

এই কুম্পানীবোৰৰ পৰাই হওক বা ৰাজহি-ততহিৰ বুলিয়েই হওক, আমাৰ দেশৰ পৰা ফাঁকি-ফুকা দি তেওঁ জাহাজ ভৰ্তি সোণ-ৰূপ সাগৰ পাৰ কৰি বিলাতলৈ লৈ যায় আৰু তাৰে কিছুমানত তেওঁৰ মূৰটোৰ মোহৰ মাৰি টকা কৰি আমাৰ দেশলৈ ঘূৰাই পঠিয়াই দিয়ে। সেইবোৰ বিতেৰে ইস্তিন্দিং কুম্পানীয়ে চৰকাৰী বিষয়াবিলাকক দৰমহা দিয়ে। আমাৰ গাঁৱৰে বাপুৰাম পিয়নে এমাহত এনেকুৱা চাৰি টকাকৈ ৰূপ পাইছিল। সেই কাৰণেহে তাৰ এনে জয়জয় ময়ময় অৱস্থা। আমাৰ দেশৰ ডা-ডাঙৰীয়াৰ ঘৰত, দল-দেৱালয়ত, গোঁসাই-সকলৰ বৰপেৰাত আৰু ৰজাৰ ভঁৰালত বোলে আগেয়ে সোণে-ৰূপে ঠাহ খাই আছিল—এতিয়া কুম্পানীয়ে সেইবোৰ চালান দি শেষ কৰিলে। ফলত সোণৰ বুটা দিয়া কাণত পিন্ধা কঁৰীয়া এযোৰো দেশখনত দেখিবলৈ নাইকিয়া হ'ল। আজকালি যিহে চকচকীয়া কাঁচৰ কাণফুলী ওলাল! ৰচকীহঁতৰ আকৌ সেইবোৰেৰেহে গা জুৰায়। নিধকখন কটা! বোলো সোণচপৰা দি মাটিচপৰা পাই ইমান ৰং-ৰহইচ্‌খন কিহৰ? তোমাৰ বাৰীৰে বাঁহৰ গাজ তাৰে কৰিলোঁ খৰিচা, তোমাকে বেচি সিকিটো ললোঁ। কথাটো মন কৰিছা।

ইস্তিন্দিঃ কুম্পানীয়ে জাহাজবোৰত ভৰাই সোণ-ৰূপৰ বাহিৰেও আৰু বহুতো বস্তু নিয়ে—ভাল ভাল কাঠ, পুৰণি পুথি-পাঁজি, হাতেবোৱা মিহি পাটৰ কাপোৰ, চাহপাত, তেল, খোৱা বস্তু-বেহানি, এইবোৰ এইদৰে চলাইমেলি সবকাই নি আমাৰ দেশখন লাওলোৱা কৰিলে। সেইবাবেহে এতিয়া গান্ধীৰজা ওলাইছে। গান্ধীৰজাই বোলে, "মোৰ দেশখন টোকোনা কৰিলা। এতিয়া ভালে ভালে তোমালোক আঁতৰি যোৱাহঁক, মই ৰজা হওঁ, দেশৰ ধন দেশতে থাকক, ৰাইজৰ আকালো গুচক, ভঁৰালো ভৰক। তোমালোকক পোহপাল দিবলৈহে আমি দেহা মাটি কৰি আৰ্জন কৰিছোনে?" কুম্পানীয়ে বোলে, "তুমি ৰজা হলেও ৰাইজৰ পৰা চুচিবা, আমিও চুচিছোঁ, বেলেগ কিটো হ'ল?" গান্ধীৰজাই বোলে, "মই ৰজা হলে তোমালোকৰ দৰে বিলাস-বেশনত নাথাকো, ৰাইজৰ দৰে চাৰিহাত কাপোৰ পিন্ধিম, এবেলা এসাজ খাম।" সেই কাৰণে গান্ধীৰজাই আঁঠুমূৰীয়া চুৰিয়া পিন্ধে আৰু চোলা নিপিন্ধি গাত চাদৰ লয়। এনেকুৱা ৰজা কুম্পানীয়ে কোনো কাহানীও দেখা নাই। গতিকে বিলাতৰ মহাৰাণী আৰু সভাসদসকলে গান্ধীৰজাক চাবলৈ মন কৰি সাগৰ পাৰ কৰি বিলাতলৈ লৈ গ'ল। বিলাতত সকলোৱে ভাবিছিল নবাব বাহাদুৰৰ দৰে জাকজমক কৰি গান্ধীৰজা যাব, পালি-প্ৰহৰীপৰিষদে আবৰি থাকিব; তেৰা পিচে আঁঠুমূৰীয়া চুৰিয়া পিন্ধি গাত চাদৰ আৰু কঁকালত ঘড়ীটো ওলোমাই লৈ বিলাত হেন দেশত হাজিৰ! চেহাববোৰে টেল্‌টেল্‌কৈ চকু মেলি চাই ইংৰাজীতে কোৱাকুই কৰিলে বোলে, "এইটো দেখোন ফকীৰহে, ৰজাৰ দৰে নেদেখি। পিচে ৰজা হব খুজিছা যেতিয়া ভালকৈ ৰজাৰ দৰে কাপোৰ-কানি পিন্ধি ৰমকজমককৈহে থাকা।" গান্ধীৰজায়ো সমানে ইংৰাজীতে কলে বোলে, "ক'ৰপৰা পিন্ধিম? মোৰ দেশখন তোমালোকে দেউলীয়া কৰিলাহঁক। মই ৰজা বুলিহে এইকণকে পিন্ধিবলৈ পাইছোঁ—মোৰ দেশৰ ৰাইজৰ এইকণো নাই।



তোমালোকে আমাক লাজৰ বাজ কৰিলা, দুনিয়াত নাক-কাণ কটালাহঁক।" বগা বান্দৰবোৰ লাজতে মনে মনে থাকিল। লোকে হাঁহে বুলি সিহঁতৰ লাজটি অলপ প্ৰবল।

পিচে বিলাত দেশৰ মানুহবিলাকে বৰভোজ পাতি গান্ধীৰজাক খাবলৈ মাতিলে। ডাঙৰ ভোজ—মাছ-মাংস, পোলাও-কালিয়াৰ উভৈনদী, গান্ধীৰজাই ইলাহী কাণ্ড-কাৰখানা দেখি সুধিলে বোলে, "তোমালোক এইকেইটা মানুহে খাবলৈকে ইমানবোৰ বস্তু গোটাইছানে?" কুম্পানীয়ে বোলে, "হয়, যথাসাধ্য গোটোৱা হৈছে।" গান্ধীৰজাই বোলে, "মোৰ দেশত বহুত মানুহ খাবলৈ নেপাই মৰিছে; মই এতিয়া তোমালোকৰ ইয়াত একো নেখাওঁ। গাইমূৰি সমানে ভাগ কৰি মোৰ ভাগটো টোপোলো বান্ধি দিয়া, মই দেশলৈ লৈ যাওঁ। মোৰ ভাগত পৰা বস্তুখিনিৰে তাত এখন জিলাৰ মানুহে ভালকৈ এসাজ খাব পাৰিব। গোটেই দেশখনক লঘোণে ৰাখি মই তোমালোকৰ ইয়াত নেউৰি খাবলৈ অহা নাই।" তেৰা ফোঁ-ফোৱাই গুচি আহিল—ভোজভাত সোপাই পণ্ড হল।

কুম্পানীয়ে দেখিলে মহা বিপদখন হ'ল। ফকীৰ ৰজাটোৱে নাখায়ো—নিপিন্ধেও; ঘূৰাই পঠাই দিলে। তেতিয়া আমাৰ দেশত গান্ধীৰজাৰ বহুত শিচ্ হ'ল—সেইবিলাকক ভলন্টিয়াৰ বোলে। মূৰত বগা খাদৰৰ টুপী পিন্ধি 'ঝাণ্ডা উচা' গান গাই গাই পচেছন কৰি ফুৰি ফুৰা মানুহবিলাক যে দেখহঁক, সেইবোৰ গান্ধীৰজাৰ শিচ্—মানে ভলন্টিয়াৰ। সিহঁতে য'তে ত'তে গান্ধীৰজাৰ ফেলেগ্ তুলি ফুৰে আৰু কুম্পানীয়ে সিহঁতক পালেই ৰে্চ কৰি লাঠিৰে কোবায় আৰু কিলটো ভুকুটো শোধাই জেলত ভৰায় থয়; পিচত গান্ধীৰজাই বৰকৈ গণ্ডগোল কৰিলে উলিয়াই দিয়ে। এবাৰ নে দুবাৰ কুম্পানীয়ে গান্ধীৰজাকো জেলত ভৰাই থৈছিলগৈ—পিচে তেৰাই অনশন কৰি খাবলৈ-বৰলৈ একেবাৰে এৰি দিয়াত আৰু বাহিৰত ভলন্টিয়াৰবিলাকে বৰ হুলস্থূল লগালত ভয় খাই উলিয়াই দিলে। উলিয়াই দিলে বুলি

কি হ'ল—পিচদিনাথনেই খোজকাঢ়ি গৈ কিবা লোণ আইন ভঙ্গ কৰি থৈ আহিলগৈ। কুম্পানীয়ে বোলে, "এইটোৱে বাহিৰত থাকিলে আইনবোৰ ভঙ্গ কৰি থাকে। ভিতৰত ৰাখিলেও আপদ, ভলন্টিয়াৰ-বিলাকে নন্‌কোপাৰেচন কৰি গণ্ডগোল লগায়; আকৌ কুম্পানীৰ লগত যুদ্ধও নকৰে, মাৰপিটো নকৰে, ভলন্টিয়াৰবিলাককো দন্‌হাই কৰিবলৈ হাক দিয়ে, আৰু জাকে জাকে মানুহ গোটাই বক্তৃতা দিয়ে, ৰেচ কৰিব খুজিলেও পলাই নাযায়—জেলত বহি অনশন কৰি লঘোণে পৰি থাকে, ৰামনাম গায়, গীতা পঢ়ে আৰু গোটেই দেশখনৰ মানুহে গণ্ডগোল লগায়, বাটত বোমা ফুটি চাহাব-চুহুব মৰে, ৰেললাইন উৰে, থানাত জুই লাগে, দেশত অশান্তি হয়। ইয়াক লৈ এতিয়া কি কৰা যায়? কুম্পানী মহা বিপাঙত পৰিল। ইফালে হিলৈদাৰী ফৌজবোৰ এনেয়ে বহি আছে—ক'তো বামুণী ভোকোলা এটাও মাৰিবলৈ নাই, ভলন্টিয়াৰৰ লগত যুঁজ এখনো নালাগে। এবাৰ কুম্পানীৰ জঙ্গী চাহাবে বহুত মানুহ-তুনুহ গোটখোৱা মিটিং এখনতে দিলে গুলী চলাই। বহুত মানুহ মৰিল। গান্ধীৰজা জিকজিকাই উঠিল বোলে, "কুকুৰ-মেকুৰী মৰা দি মোৰ দেশৰ নিমাখিত মানুহবোৰ মাৰিলা—এতিয়া স্বৰাজ্য দিয়া—নহলে নেৰিছোঁ।" বিলাতী কাপোৰ নিপিন্ধিবা—খাদৰ পিন্ধাহঁক।" তাৰমানে আকৌ বেছি পইচা দি বজাৰৰ পৰা কিনি অনা মিহি খাদৰ নহয় দেই—ঘৰত কঁপাহৰ সূতা কাটি তাঁতত বৈ কৰা খমখমীয়া খহটা খাদৰহে। সেইবোৰ তহঁতে খেদাই নাই। তেতিয়াৰে পৰা গান্ধীৰজাৰ ফেলেগত সূতাকটা যঁতৰ উঠিল। এতিয়া ইস্তিন্দিং কুম্পানীয়ে গান্ধীক এখন আশ্ৰম পাতি দি কৈছে বোলে "তুমি ফকীৰ মানুহ, ৰামনাম গাই থাকা আৰু ইয়াতে বেছি গণ্ডগোল নকৰিবা।" গান্ধীৰজাই বোলে, "আশ্ৰমখন দিছা বাৰু লৈছোঁ, পিচে গণ্ডগোল নকৰিম কেলেই? মোক স্বৰাজ্যহে লাগে।" ৰাইজেও গান্ধীৰজাৰ লগতে নথ জোকাৰিছে—এইখন ক'ৰ পানী কলৈ যায় ঠিক নাই।"



গান্ধীৰজাই কয় বোলে অহিংসা পৰম ধৰ্ম। কোনো প্ৰাণীকে কেতিয়াও হিংসা কৰিব নেপায়—লাগিলে সি কুম্পানীৰ চেহাবেই হওক বা নৰামৰ পুতেক ভেলেউ চোৰেই হওক। সদায় সত্য আৰু অহিংসাৰ বাটত থাকিলে এদিন নহয় এদিন উদ্দেশ্য সিজিবই। দন-খৰিয়াল, মাৰপিট সেইবোৰ হিংসাৰ কাম, সেইবোৰ কৰিব নেপায়। কুম্পানীৰ গোলা-বাৰুদৰ সীমা-সংখ্যা নাই—সাগৰৰ পানী, যুঁজবাগৰ কৰিলে আমাৰ নিমাখিত ৰাইজখনক নিমিষতে টহিলং কৰিব। সেই গতিকে বোলে মিতিৰো ৰওক চাউলো সিজক—নন্‌কপাৰেচন কৰি কুম্পানীক ভালে ভালে বিদায় দিয়া হওক; দেশতো শান্তি ৰব, ৰাইজৰো ভয়ত বুক টিপটিপাই নাথাকে—আজি কি হয়, কালিলৈ বা কি বুলি; স্বৰাজ্যও আহিব। সেইবাবে হেজাৰে হেজাৰে খাদৰ পিন্ধা ভালন্টিয়াৰে বগাঘৰত ভাত খাইছেগৈ, শই শই মৰিছে; মণিৰাম দেৱান আৰু কুশল কোঁৱৰক ফাঁচীজৰীত ওলোমালে—পিচে গোটেই ভাৰত দেশৰ মানুহখনকতো আৰু ফাঁচীৰৰশীত দিব নোৱাৰি। লোকে কি বুলিব! কুম্পানীয়ে বুজি পাইছে দেই—এইবাৰ শেনৰ এজাত!

আমাৰ ডেকাচামৰ পিচে যুঁজ কৰিবলৈ সাহপিত নোহোৱা নহয় দেই! সুভাষ বসুৱে স্বদেশী ফৌজ এটা খুলি চিঞৰ-বাখৰ কৰিলে বোলে নাই ৰঙামাটি, নাই গুৱাহাটী, আমাক এহাত যুদ্ধ দিয়া। লগৰ মানুহবিলাকক মিলিটেৰী পোছাক পিন্ধাই খোজ কঢ়াই কঢ়াই বৰ্মাদেশৰ পৰা আমাৰ দেশলৈ আনিলে—কদম কদম বঢ়াই যা, চলো দিল্লী বুলি গান গাই গাই। মাৰ্ঘেৰিটাৰ ওচৰতে কিবা পয়মাল হ'ল—বেমাৰেই নে আজাৰেই ফৌজটো দেখোন থানবান হ'ল। এতিয়া আকৌ কুম্পানীয়ে সুভাষ বসুক ৰেচ্ কৰিবলৈ বিচাৰি ফুৰিছে—কুম্পানীক হিংসা কৰি ফৌজ গোটোৱা কাৰণে। লগৰ কিছুমানক বাটে-পথে হাবিয়ে-জঙ্গলে পাই হালে হালে সাঙুৰিলে। কিছুমান ভেশছন ধৰি লুকাল আৰু কিছুমান পলাল। গান্ধীৰজাই

এইবোৰ বিলৈ দেখি-শুনি অহিংসা কৰি কংগ্ৰেছ খুলিলে, দেশৰ ডেকালৰাখনে ইস্কুল-কলেজ আধৰুৱাতে এৰি গান্ধীৰজাৰ লগত যোগ হৈছে—মাক-বাপেকৰ গালি-শপনি শাওপাত খাইছে। সেই নাওৰামৰ পুতেক নাহৰে চহৰৰ ইস্কুলত ছচেনিমান পঢ়িয়েই খাদৰ পিন্ধা কংগ্ৰেছী হ'ল—মেল-মিটিং মাৰে, 'বন্দে মাত্ৰম্' গায়। মাজতে বোলে ক'ৰবাৰ ৰেল লাইন উৰুৱাতো লাগিছিলগৈ। তাক পুলিচে বিচাৰি ফুৰে আৰু সি ইথন গাঁৱৰ পৰা সিথন গাঁৱলৈ পলায়। বাপেক নাওৰামে সিদিনাখন দুখ কৰি কৈছে বোলে, "বগাঘৰৰ ভাত খাই ই এতিয়া মোৰ জাতকুল নিয়াব—গোৰে-পোৰে তল যোৱাব। কুম্পানীৰ পুলিচে ঘৰে-ঘৰোৱাহে সাঙুৰিব, কুল উছন কৰিবলৈ মোৰ ঘৰত ভাল যদুবংশৰ মুদগৰটো ভূঁইকোমোৰা হৈ ফুটিলহি।"

বেলেষ্টৰে ৰেলকুম্পানীৰ কথাও কয়। ইস্তিন্দিং কুম্পানীয়ে বোলে আহোম ৰজাৰ পৰা অসম দেশখন বন্ধকত লৈ শাসন কৰি আছিল, তেনেকুৱাতে বিলাতত ৰেলকুম্পানী ওলালত আমাৰ দেশলৈ পঠিয়াই দিলে। বেলেষ্টাৰৰ মতে ৰেলকুম্পানী প্ৰথমতে মৰিয়ণীৰ পৰা ফৰকাটিঙলৈ চলিছিল ; ৰাতিপুৱাই মৰিয়ণীৰ পৰা যায়, পিচদিনা দুপৰীয়া বা আবেলি ফৰকাটিং পায়গৈ। বাটে-পথে মানুহ-দুনুহ কটাৰ ভয়ত ৰঙা ফেলেগ এখন হাতত লৈ ৰেলখনৰ আগে আগে মানুহ এটা যায়। ৰেলগাড়ীবোৰত তেতিয়া তহঁতৰ চতুষ্পদী টৌলঘৰটোৰ নিচিনাকৈ বেৰ-চাল একো নাছিল। সৰি পৰাৰ ভয়ত মানুহবোৰ ডবাৰ মজিয়াতে পেট পেলাই পৰি থাকে আঁচলত জীৱটো বান্ধি। যোৰহাট ইষ্টেচনত প্ৰচন্ন গাৰ্ডে হুচেল বজালে ৰেলগাড়ীখনে দীঘলীয়াকৈ উকি এটা মাৰি কেৰেলুৱাটোৰ দৰে পিৰ্ পিৰ্ কৈ লাহে, লাহে গৈ থাকে—ইষ্টেচনৰ বাহিৰতো মানুহ উঠা-নমা কৰিব পাৰে মূৰৰ ডবাটোৰ পৰা নামি ৰেল লাইনৰ দাঁতিতে সৰুপানী চুই শেহৰটো ডবাত জাঁপমাৰি উঠি যাব পাৰি। প্ৰথমছোৱাত ৰেল-কুম্পানীত ভয়তে কোনো মানুহ-দুনুহ নুঠিছিল—নীলা কোটচোলা পিন্ধা কুম্পানীৰ গাৰ্ডে সকলোকে ৰেলগাড়ীত উঠিবলৈ হাতে-ভৰিয়ে ধৰে ; তেতিয়াৰ দিনত যোৰহাটৰ পৰা বৰভেটাৰ জেলৰ আলিলৈকে ৰেলত উঠি গলে সকলোকে চৰতীয়া এটা বক্‌চিছ দিয়ে। কিযে দিন আছিল বোপাইহঁত ! মই দৈনিক যোৰহাট ইষ্টেচনত ৰেলগাড়ীত উঠোঁ, বৰভেটাৰ জেলৰ আলিত নামো—দৈনিক চৰতীয়া এটা পাওঁ। ঘূৰি আহোঁতে চক্‌বজাৰত সোমাই দুপইচাৰ এচকল চিতল মাছৰ কলঠি আৰু বাকী দুপইচাৰ দুসেৰ আলুগুটি লৈ ঘৰলৈ আহোঁ। পিচলৈ পিচে কুম্পানীয়ে পইচা দিয়া বন্ধ কৰিলে দেই। তাৰ পিচত ৰেলগাড়ীত উঠিবলৈকো টিকট লগা হ'ল। আজিকালি টিকট নোলোৱাকৈ উঠিলে পিতলৰ বুটাম লগোৱা ক'লা কোটচোলা পিন্ধা টিটিয়ে গালি-শপনি পাৰি বাটতে নমাই দিয়ে। দুই-এবাৰ তেনেদৰে লঘু-লাঞ্ছনা হোৱাৰ পিচত আজিকালি মই খোজ কাঢ়িয়েই অলৈ ত'লৈ যাবলৈ লৈছোঁ আৰু। এতিয়াৰ ৰেলগাড়ীবোৰো বেছ বেগাই চলে যেন দেখিছোঁ—ইফালে আগৰ পভিঞ্চিয়েল নাই—শদিয়াৰ পৰা ধুবুৰীলৈকে গোটেইখন দেশ ৰেলকুম্পানীৰ জালে ছাটি ধৰিলে।

"বেলেষ্টৰ" নামটো কেনেকৈ হ'ল আমি আইতাহঁতৰ মুখত শুনা। বেলেষ্টৰ কাক বোলে আৰু কিয় বোলে, এই কথাটো আমাৰ মাজত বহুত দিনলৈকে গৱেষণাৰ বিষয় হৈ আছিল আৰু এই বিষয়ে আমাৰ শিশু-সমাজত বহুতো আলোচনা আৰু জল্পনা-কল্পনা চলিছিল।

বেং-বেলেষ্টৰৰ আচল নাম অৰ্থাৎ জন্মতে পিতাক-আয়েকে দিয়া নামটো হ'ল নন্দীৰাম। এওঁ গৰখীয়াদ'ল গাঁৱৰ পুৰণা গাওঁবুঢ়া দণ্ডিৰাম ওৰফে "পেটুৱা গাওঁবুঢ়া"ৰ আদৰুৱা সৰু পুতেক। দণ্ডিৰামৰ মৃত্যুৰ পিচত তেওঁৰ প্ৰথম পুত্ৰ কণ্ঠিৰাম গাওঁবুঢ়া হ'ল

আৰু দ্বিতীয় পুত্ৰ নন্দীৰাম ঘৰবাৰী এৰি বনৰীয়া হ'ল। বনৰীয়া হ'ল মানে যে ঘৰদুৱাৰ সকলো এৰি ব'ৰাগী হ'ল এনে নহয়, ঘৰত গৃহস্থ পৰিয়ালৰ মাজতে থাকিয়েই নন্দীৰামে সকলো মায়া-মোহ আশা-ভাৰসা ত্যাগ কৰি ফকীৰৰ দৰে হ'ল। পথাৰে-বাৰীয়ে কুটা এগছো দুগছ নকৰা হ'ল, সপ্তাহৰ মূৰত চাপৰিৰ পৰা অনা লাওটো কোমোৰাটো ভাৰ-সাঙী কৰি দেওবৰীয়া হাটত বেচিবলৈ নিনিয়া হ'ল, হাল বাবলৈ, ধান দাবলৈ বা ডাঙৰি আনিবলৈ পথাৰলৈ যোৱা দূৰত থাওক ৰোৱনী-দাৱনীক পানীছনি এটোপা বা ৰবাবটেঙা এটা দিবলৈকো পথাৰে-সমাৰে নোলোৱা হ'ল, আঠ-নজনী চেঁউৰী আৰু ছয়-সাতটা হালৰ বলদে গোহালিতে বৈবাই টেটু ফালিলেও কাণসাৰ নকৰা হ'ল, খুটিৰ ম'হে খুটিতে টেঁটাই থাকিল—অচল অটল নন্দীৰামে হাতত বৰশী দুটা লৈ হোলা বিলত মাছ টোপাবলৈ ওলাই গ'ল। দণ্ডিৰাম গাওঁবুঢ়া জীৱিত থকা কালত সৰু পুতেকৰ গাত টোপ পৰিবলৈ নিদিছিল—আলাসৰ লাৰু নন্দীৰামে হাত তিয়াই দুবেলা দুসাজি খাইছিল আৰু নিজৰ খুচিমতে অনাই-বনাই ফুৰি দিন কটাইছিল, গাওঁবুঢ়াৰ মৃত্যুৰ পিচত নন্দীৰাম একেবাৰে চাঙত উঠিত। ইফালে ককায়েক কণ্ঠিৰামৰ অভাৱৰ সংসাৰ—এফালে টানিলে আনফালে দুআঙুলে নাটে। এনে অৱস্থাত ধোদৰ, পচলা ডেকা ভায়েক এটাই এনেয়ে ঘৰতে বহি দুবেলা দুসাজি খাই থাকিব আৰু তেওঁ দুইহাতে আজুৰি মৰিবলৈ কিহৰ গৰজটো? গতিকে এদিন গধূলি জুহালৰ কাষতে মলাধঁপাত এচিলিম লগাই লৈ গল হেকাৰি এটা মাৰি গাধৈৰ বেৰৰ সিফালে আলস্য কৰি শেতেলিত ধোবাং জুৰি পৰি থকা ভায়েকক উদ্দেশ্য কৰি জুইকুৰালৈ চাই ঘৰজেউতিক কোৱাদি কলে, "বোলো কণা বিধাতাই আমাকহে ভাল গেবাৰি খাটিবলৈ চৰ্জিলে, সিফালে এজন লাটচেহাবৰ পুতেক কাম-বনৰ নামে কুটা এগছো জুইত নিদিয়ে, মাথোন বৰশীডাল লৈ টোপাই ফুৰিব আৰু ৰাজহুৱা কামত বিন্ পইচাৰ বেগাৰ



খাটিব। বোলো ঘৰৰ ভঁৰালৰ খাই বনৰীয়া ম'হৰ পাল ৰাখ কিয়? বহি খালে কুবেৰৰ ভঁৰালো ক্ষয় হয়। ইফালে সংসাৰৰ জ্বালাত মোৰ দেহা জৰ্জৰ্—চাপৰিয়ে-পথাৰে, গৰুৱে-গায়ে সমানে চাব লাগে, লগত ওঁঠ চেপিলে গাখীৰ ওলোৱা নন্দী-ভৃঙ্গী ল'ৰা এহাল—সিহঁতেনো কিমান কৰিব পাৰে। তাৰ উপৰিও ইস্কুলডাললৈকো সদায় যাব লাগে, নহলে যিহে মাষ্টৰ, ঘৰতে ৰেপট্ দি যায়হি। কি কৰিবা, মোৰ ফুটা কপাল—" কপালত চাপৰ এটা মাৰি কণ্ঠিৰামে চিলিমটোত খৰকৈ হোপা দুটামান মাৰিলে।

বেৰৰ সিপাৰে নাকৰ ঘোৰ্ঘোৰণি বন্ধ হ'ল। নন্দীৰামে বাগৰ সলালে—বাঁহৰ গাধৈৰ চাং মেট্মেটাই উঠিল। পঢ়িবলৈ বুলি টিপ্‌চাকি এটা লগাই মাটিতে পাটী এখন পাৰি ভোলৰ গুটি আৰু বকুল গণি থকা কণ্ঠিৰামৰ অকণ অকণ ল'ৰা দুটাৰ হিচাপ ভুল হ'ল। থোক্‌থোকাই থকা ভাতথিনি কৰ্‌চলিডালেৰে লৰাই কণ্ঠিৰামৰ ঘৈণীয়েক সেউতীয়ে আথলৰ পৰা ওলাই আহি বেৰৰ সিপাৰে একাঠী ওৰণি লৈ থিয় হৈ মাবল ঘৰৰ খুটাটোৰ ফালে চাই কলে, "কাম-কাজত মন বহিবলৈ বয়সটোলৈ জানো মন কৰিছে—এই আঘোণে একুৰি সাত বছৰ পূৰ হব, ছা-ছোৱালী এজনী চাই-চিতি লৰাটোৰ সংসাৰখন পাতি দিব লাগিছিল তেহে। ত'ত ককায়েক ভঙুৱা গাওঁবুঢ়া, লোকৰ খবৰেই নাই। ময়ো অকলশৰীয়া মানুহজনী—এই এখন ঘৰৰ লেদেনা ওকটা বন—সহায় এটা হয়। মানুহবিলাকেনো লোকৰ কথা কেতিয়া ভাবিব জানো?"

গাধৈৰ চাং আকৌ কেৰ্‌কেৰাই উঠিল। চৰুত কৰ্‌চলি লৰোৱাৰ খুট্টুং-খাটাং শব্দ শুনা গ'ল; চোকা মন্তব্যেৰে মোখনি মাৰি লখিমী আকৌ আথল সোমালগৈ। কণ্ঠিৰামে হুমুনিয়াহ কাঢ়ি দীঘলীয়াকৈ হোপা এটা মাৰি চিলিমটো বেৰৰ গড়বাঁহতে আওজাই থলে; ল'ৰা দুটাই এইবাৰ কাৰ ফলিগুটি দীঘল জুখিবলৈ ললে। কান্ধত গামোচাখন ছাটি মাৰি লৈ কণ্ঠিৰাম খুদৌৰ ঘৰৰ ফালে ওলাই গ'ল।

ঘৰুৱা কাম-কাজত মনকাণ নাথাকিলেও নন্দীৰাম ৰাজহুৱা কামত আগৰণুৱা ; শকত হটঙা শৰীৰৰ স্বাস্থ্যবান তেজাল ডেকা, গাত দুটা বলদৰ জোৰ। এবাৰ বোলে গৰখীয়াদ'ল বৰনামঘৰ সাজিবলৈ পৰমা গোঁসায়ে দিয়া দুটা কঁঠাল কাঠৰ খুটা বৰসবাহৰ দিনা ৰাইজে থিয় কৰিবলৈ মন কৰিলে। এটা খুটাত পাঁচজনকৈ মানুহে ধৰি উলাহিলে পিচে খুটা নুঠিল। ওচৰতে হোলা এটাত বৰশী বাই থকা নন্দীৰামে কেৰাহি কেৰাহিকৈ চাই আছিল। একোবত কঁকালত গামোচাখন আঁটি লৈ উঠি আহি বোলে—"চাওঁ গুচাহঁকচোন, দ'লৰ খুটা সদাশিৱই তুলিব, তুমি আমি কোন ?" এই বুলি একেচিপেই এটা খুটা থিয় কৰি দিলে। ৰাইজে বোলে, "ইয়াৰ গাত কিবা এটা আছে।" নন্দীৰামে বোলে, "মই বৰশী বাই হলেও সদায় জীয়া মাছৰ জোল অকণ খাওঁ।" টোলঘৰৰ টিন্‌পাত লাগোৱা, পাটছলা ইস্কুলৰ চালখন উভি চাই দিয়া, গোবিন্দ মন্দিৰৰ পুৰণা খুটাকেইটা সলাই নতুন খুটা লগোৱা, এনে ধৰণৰ আশীৰ্বদীয়া ৰাজহুৱা কামত নন্দীৰামে দেহেকেহে খাটে ; অন্য সময়ত বৰশী বায়—বাৰিষাই খৰালিয়ে নন্দীৰামৰ হাতৰ বৰশী নুগুচেই।

কন্থিৰামে খুদোৰ লগত পৰিশ্ৰম কৰি গায়নৰ ঘৰৰ হাঁয়ৰাকে নন্দীৰামলৈ খুজিবলৈ ঠিক কৰিলে আৰু এই উদ্দেশ্যে ৰঙা কাঠৰ শৰাইত কেঁচা তামোল-পাণ আৰু সেউতীয়ে বৈ দিয়া ফুলাম শৰাই-ঢকা গামোচা লৈ ফুলেশ্বৰ, কন্থি আৰু খুদো হলিৰাম গায়নৰ ঘৰলৈ গ'ল। আমাৰ আইতাই কোৱামতে হাঁয়ৰাৰ গাৰ বৰণটো হেনো বৰ ক'লা আছিল—আইতাহঁতে বোলে তেওঁক সকতে "হঁয়কলী" বুলি জোকাইছিল। পিচে কামে-কাজে হাঁয়ৰা পাগত উঠা ছোৱালী ; বোৱাই-কটাই, তাঁতে-সূতে পথাৰে-ঘৰে তাইৰ যোৰৰ ছোৱালী এজনী তেতিয়া গোটেই গাওঁখনতে নাছিল বোলে।

খবৰটো লোকৰ মুখে শুনি নন্দীৰামে মুখ বিকটাই পেলালে—"সেই গায়নৰ ঘৰৰ ক'লীজনী ! ইচ্ ইচ্ দেওহে ! নালাগে, নালাগে, মই বৰলা হৈয়ে থাকিম। এই ভৰ বয়সতে বিয়া কৰাই আনি তাইৰ মুৰটো নাখাওঁ।" আইতাহঁতৰ আগত কলে, "মই মানুহটো ধোদৰ পচলা, কামকাজ লেশমাত্ৰ নকৰো। ছোৱালী এজনী আনি মই খুৱাম কি ? নিজে দুবেলা দুমুঠি লোকৰ ঘৰত খাই পেট প্ৰৱৰ্তাইছোঁ, আৰু এটা খাৱৈয়া গোটাই ললে লোকৰহে গলগ্ৰহ হব ; তাতকৈ তাইৰ ডিঙিত চিপজৰী এডাল লগাই দিয়াই ভাল ; উস্ তেলে-সেন্দুৰে, কাপোৰে-কানিয়ে বগাহাতী পুহিম কেনেকৈ ?"

সেউতী আৰু কন্থিৰামে নুশুনিলে ; বোলে, "এতিয়া চকুক সুধিহে চাউল বহাবৰ হ'লনে ? আমাৰ কৰ্তব্য আমি কৰিমেই—বাকী ইবোৰ সিবোৰ পিচ কথা।" বিয়াৰ যোগাৰ কৰিলে। দিনবাৰ ঠিক কৰি জোৰোণৰ ভাৰপাচি লৈ দৰাঘৰীয়া গ'ল ; সেইদিনাই ৰাতিলৈ নন্দীৰাম নিৰুদ্দেশ হৈ "বেলেষ্টৰ" হ'ল। তিনিমোন গাখীৰ আৰু দুমোন কোমল চাউল আনি খোৱাতে "মোক খা", "মোক খা" কৰি থাকিল ; ৰাইজৰ সেৱাত নালাগিল। কন্থিৰাম আৰু সেউতীয়ে হিয়া ভুকুৱালে, ৰাইজে ইস্ ইস্ আস্ আস্ কৰিলে। বৰশী দুটা নেওৰাপতাত আওজাই খোৱাতে থাকিল। নন্দীৰাম ঘৰবাৰী এৰি "বেলেষ্টৰ" হ'ল আৰু গায়নৰ জীয়েক হাঁয়ৰাক একেৰাতিৰ ভিতৰতে ঠিকঠাক কৰি কুহুমলেগনীয়া গাঁৱৰ ভকতৰ বাপুৱে বিয়া কৰালে। তাক বোলে নন্দীৰামে আগেভাগে টিপ্ দি থৈছিল।

কেইবা বছৰলৈকে বেলেষ্টৰৰ একো খা-খবৰ নাই ; মাথো গাঁৱৰ মানুহৰ মুখত কেতিয়াবা নামটোহে শুনা গৈছিল। হঠাৎ এদিন গধূলি ককাদেউতাক "দেউতা ঈশ্বৰ" বুলি সম্বোধন কৰি বেলেষ্টৰ আমাৰ চ'ৰাঘৰৰ দুৱাৰমুখতে থিয় হ'লহি—হাতত বৰশী দুটা। বেতৰ তিনি ঠেঙীয়া চকী এখনত বহি গুৰগুৰিত ধঁপাত হুপি থকা ককাদেউতাই বোলে, "তই পাতকী। গায়নৰ আজলী নিচলা ছোৱালীজনীৰ এনেকুৱা আলৈ-আথানি কৰিলি। অকাজভাগী ! তোৰ মুখ দেখিলেও পাপ হয়।" বেলেষ্টৰ ককাদেউতাৰ ভৰিত দীঘল

দি পৰিল। কান্দি কান্দি কলে, "পাৰোতেনো তেনে কৰিলোনে ঐ দেউতা ঈচৰ। মই দুৰ্ভগীয়াৰ বুকুতনো কমপাত শেলে হানিছেনে? মই সোৰোপা অকামিলাটোৱেনো আনি তাইক কি সুখখন খুৱালোহেঁতেন! এতিয়া তাইৰো ভাল হ'ল—ল'ৰাই-ছোৱালীয়ে ধনে-ধানে নদনবদন সংসাৰ, অময়া সুখ। এটা পাতি পাই উপাৰ্জন নাই, মই ধোদৰ ঘৰত তাই এহাতে চকুপানী টুকি এহাতে কলাপাতত ভাত খালেহেঁতেন, আকৰী আজলী ছোৱালীজনীৰ পানীত হাঁহ নচৰা বিলৈ দেখিনো মোৰ মনটোত কি সুখবোৰ হ'লহেঁতেন। ঈচৰে যি কৰে ভাললৈকে কৰে দেউতা ঈচৰ ঐ! ঘৰ এৰিবৰ দিন ধৰি দেহে-মনে খাটিছোঁ—তাইৰ ভাল এটা হওক, সিহঁতৰ মঙ্গল কৰক, ধনে-ধানে পূৰ কৰক! নিজৰ হকে মই একো ভবা নাই ঈচৰ। ৰাইজৰ গৰিহণা খাই থাকি থাকি এদিন আথানিত পৰি মৰিম, কাউৰী-কুকুৰে খাব। তাইৰে সকলো সুখ হওক, অময়া সংসাৰ হওক ঐ! মোৰনো আৰু কি আছে—কাৰ কাৰণে খাটিম···"

ককাদেউতাৰ কোমল মনত সাঁচ বহিল। বেলেষ্টৰক ক'লে, "এইবোৰ কঁপালৰ দোষ বোপাই, দুখ নকৰিবি। উপজি আহোঁতেই সকলোৰেই ভাগ্য এখন লৈ আহে নহয়, সেইমতেহে পৃথিৱীখন চলিব, আমিনো কৰোঁ বুলি কি কৰিব পাৰোঁ।"

সেইবাৰ বেলেষ্টৰ আমাৰ ঘৰত কেইবাদিনো থাকিল। তাৰ পিচত মাজে মাজে আহে, দুই এৰাতি থাকি আকৌ যায়গৈ। অইন গাঁৱত আইন মানুহৰ ঘৰত থাকে। য'তে থাকে সকলোৰে লগত মিলিজুলি আপোন হৈ থাকে। কাকো অসুবিধা নিদিয়ে, কাৰো বিপক্ষে একাষাৰ নকয়, কাৰো লগত তৰ্কবাদ নকৰে। একমাত্ৰ সম্বল বৰশী দুটা, হাচটিখন আৰু মোনা এটা লৈ গাঁৱে-ভূঞে ঘূৰি ফুৰি বৰশী বাই নিজৰ সহজ সৰল জীৱনটো নিৰীহভাৱে কটাই যায়—তাত কাৰো এধানিও প্ৰভাৱ নপৰে। স্থিৰ অচল অটল গতিপথ। সদায় সকলো অৱস্থাতে সন্তুষ্ট আৰু হাঁহিমুখৰ বেলেষ্টৰ গোটেই উজনি অসম জুৰি বহু মানুহৰ সংস্পৰ্শলৈ আহিছিল, নানা গৃহস্থৰ ঘৰত গধূলি জুহালৰ কাষত বহি বহুতক বহুতো কথা কৈছিল—বেছিভাগেই তেওঁৰ সৰল মনৰ অনুভূতি, তেওঁৰ সহজ চিন্তাধাৰাৰ অভিব্যক্তি। তেওঁৰ কথাবোৰ কোনো কোনোৱে অৰ্বাচীনৰ দৃষ্টিভঙ্গী বুলি হাঁহি উৰুৱাই দিলে, কোনোৱে সহানুভূতিপূৰ্ণ অথবা সন্দিগ্ধ দৃষ্টিৰে চাই আঁতৰি গ'ল। বহুতৰ পৰা অপমান পালে, বহুতে পুতৌ কৰিলে; বহুতৰ পৰা মৰমো পালে। বুঢ়া লুইতক আৰু বুঢ়া কৰি বহুতো পানী বৈ গ'ল, সময়েও বাগৰ সলাই পৃথিৱীখন তেওঁৰ চকুৰ আগতে অচিনাকি কৰি পেলালে; কিন্তু বেলেষ্টৰ নিৰ্বিকাৰ হৈয়ে থাকিল। চাৰিওফালে এই ৰঙেৰসে ভৰা পৃথিৱীখনত জীৱনৰ বহুতো নাটকৰ দৰ্শক বা অভিনেতা হোৱাৰ সৌভাগ্য তেওঁৰ হৈছিল; কিন্তু এই ভাওনাবোৰত তেওঁ কোনো গুৰুত্ব নিদিলে—মাত্ৰ নিজৰ অংশটো মুখস্থ কৰা পাৰ্টৰ দৰে কৰি গ'ল। হাঁয়ৰাৰ বিয়াৰ ঘটনাটোৰ বাহিৰে আন একো ঘটনাই তেওঁৰ চিন্তাধাৰা আৰু মনোযোগ আকৃষ্ট কৰিব নোৱাৰিলে, অন্তৰ স্পৰ্শ কৰিব পৰা আন একো গুৰুতৰ বিষয়েই তেওঁৰ সমস্যাবিহীন নীৰস জীৱনত আৰু নোলাল।

এইবিলাক আমাৰ জন্মৰ বহুত দিনৰ আগৰ কথা। বেলেষ্টৰক ডেকা বয়সত আমি দেখা নাই। আমাৰ মনত পৰা দিনৰ পৰা তেওঁ হটঙা, ক্ষীণ, লাপুং সোলা বুঢ়া। এতিয়াও বেলেষ্টৰৰ কথা ভাবিলে হাতত বৰশী দুটাৰে সৈতে তেওঁৰ সেই চেহেৰাটোহে মনলৈ আহে—আমাৰ কাৰণে তেওঁক অন্যভাৱে কল্পনা কৰা সম্ভৱ নহয়। দিনৰ পিচত দিন বৰশীৰ পুঙালৈ একেথৰে চাই থাকি ঘোলাপৰা তেওঁৰ চকু দুটা, শোটোৰা শোটোৰ ছালেৰে ঢকা তেওঁৰ খৰিকা যেন হাত-ভৰিবোৰ মুখত কেইবাদিনো দুখুৰোৱা খোচাখোচা আধাপকা

আধাকেঁচা পাতল ডাড়ি আৰু গলগলীয়া মাতটো এতিয়াও আমাৰ মনত মাজে মাজে ভাহি উঠে।

নৰিয়া পাটীত বহুত দিন পৰি থাকি মৃত্যুৰ সময়ত ককাদেউতাই দেউতাক ওচৰলৈ মাতি নি কলে, "বেলেষ্টৰক আওহেলা নকৰিবি। আহিলে পৰি থাকিবলৈ চুক এটা দিবি, তহঁতে ঘি খাৱ তাৰে এমুঠি খুৱাবি, কেটেৰা জেঙেৰা নকৰিবি। দিনকাল টান হৈ আহিছে—লাহে লাহে আৰু আমাৰ সমাজত বেলেষ্টৰৰ নিচিনা মানুহৰ ঠাই নাইকিয়া হবগৈ, কিন্তু এই মানুহটো মোৰ নিজৰ ভাইৰ দৰে, তাকে চাই-চিতি তাৰ কাৰণে যি পাৰ কৰিবিহঁক।"

বেলেষ্টৰৰ একমাত্ৰ কাম আছিল বৰশী বোৱা। খালে-ডোঙে, বিলে-হোলাই, নৈয়ে-পুখুৰীয়ে তেওঁ বৰশী ছুটা লৈ মাছ টোপাই ফুৰে—কেতিয়াবা ঢেৰ মাছ পায়, কেতিয়াবা একোটো নাপায়। অৱশ্যে মাছ পোৱা নোপোৱাৰ লগত সম্বন্ধ নাই—ধলপুৱাৰ পৰা ফুট গধূলিলৈকে ৰ'দ হওক বৰষুণ হওক, বেলেষ্টৰে বৰশী বাবই। বৰশী বাই তেওঁ এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ যায়। এইদৰে খোজকাঢ়ি গৈ গৈ তেওঁ যোৰহাটৰ পৰা ডিব্ৰুগড় পায়গৈ। য'তে ৰাতি ত'তে কাতি। থকামেলাৰ কাৰণে একো চিন্তা-ভাবনা নাই। ডিগবই, লিডু, মাৰ্ঘেৰিটা হৈ ঘূৰি যোৰহাট আৰু তাৰ পিচত গোলাঘাটৰ কালে যায়। গোলাঘাটৰ পৰা আৰু নামনিলৈ নাযায়—ঠাইতে পূৰমুৱা হয়। এবছৰত এখন ঠাইলৈ তেওঁ তিনিবাৰমানকৈ আহে। যাওঁতে বাটত ইতিমধ্যে চিনাকি হৈ পৰা মানুহৰ ঘৰত এৰাতি বা বৰকৈ ভাগৰ লাগিলে দুৰাতি থাকি ভাগৰ মাৰি আকৌ ৰাওনা হয়। গৃহস্থৰ ঘৰত অসুবিধা যেন দেখিলে মাছ পুঠিকেইটা দি ভাত এসাজকে খাই স্কুলঘৰে নামঘৰে পৰি থাকেগৈ। সৰু সৰু লৰা-ছোৱালী সৰহীয়াকৈ থকা পৰিয়ালত থাকি তেওঁ ভাল পায় আৰু



ল'ৰা-ছোৱালীবিলাকক গধূলি ৰখি থাকে কাৰণে গৃহস্থয়ো বেলেষ্টৰ থাকিবলৈ আহিলে আমনি নাপায়।

আমি বেলেষ্টৰৰ অহাৰ দিন আঙুলিৰ মূৰত গণি থাকো। দিনটো বৰশী বাই আহি বেলেষ্টৰে সদায় গধূলিহে পায়হি। চেং আৰু শ'লমাছ টোপাবৰ কাৰণে সৰু সৰু পানীবেঙৰ পোৱালি বিচাৰি ফুৰে—আনকি বাৰিষা গধূলি সাধু কৈ থাকোঁতেও যদি কেনেবাকৈ পানীবেঙৰ পোৱালি এটা দেখে, তাক তৎক্ষণাৎ মাৰি পিচদিনা বৰশীত টোপ দিবলৈ টেমা এটাত ভৰাই থয়। পোৱালি বেঙবোৰ এইদৰে মাৰি ফুৰাৰ কাৰণেই গাঁৱৰ ল'ৰাবোৰে তেওঁক "বেঙৰ যম" অৰ্থাৎ "বেং-বেলেষ্টৰ" বুলি জোকায়; জোকালে বেলেষ্টৰে সোলা মুখখন মেলি হাঁহি এটা মাৰে আৰু ল'ৰাজাকক হাতৰ মুঠি জোকাৰি ভয় দেখুৱায়। ল'ৰাজাকেও ভয় খোৱা যেন দেখুৱাই লৰ মাৰে। বেলেষ্টৰ অহাৰ দিনটোত আমি আগতে খবৰ পাওঁ—স্কুলৰ পৰা ঘূৰি অহা নন্দ মাষ্টৰে বা কাছাৰীৰ পৰা অহা দুৰ্গা দাদাই ৰিং মাৰি কৈ যায়—"হেৰ লৰাহঁত, বেলেষ্টৰ কালিলৈ পাবহি অ' আজি বৰভেটাত দেখি আহিছোঁ।" বেলেষ্টৰ আহি পালেই আমাৰ গা সাতখন আঠখন লাগে—ল'ৰা-ছোৱালীৰে ভৰি থকা আমাৰ ঘৰখনত উথলমাথল হয়। দিনৰ দিনটো বৰশী বায় যদিও গধূলিৰ গোটেইখিনি সময় বেলেষ্টৰে আমাৰ লগতে ৰং-ধেমালি কৰি কটায় আৰু আমিও বৰ আগ্ৰহেৰে এই সময়খিনিৰ কাৰণে বাট চাই থাকো।

কেতিয়াবা আইতায়ো বটাটো লৈ আমাৰ লগতে বেলেষ্টৰৰ সাধু শুনাত যোগ দিয়েহি। "বৰ আইকণ, আজিনো ভাতমুঠি কিহেৰে সিজালা?" বৰশীত মাছ নাপালে বেলেষ্টৰে আইতাক সোধে। "কিটোনো আছে! শাকে-পাতে এসোপা সিজাই থৈছোঁ আৰু" আইতাই উত্তৰ দিয়ে। "হক হক ঈচৰে যি মিলায়। আমাৰ যেনেতেনে এগাল সোমাব—এই লৰালুৰিখনৰ কাৰণেহে মাছ-পুঠি

এটা বিচাৰি ফুৰোঁ—তাকো নাপাওঁ দেখোন।" বেলেষ্টৰে বৰ দুখেৰে কয়। অৱশ্যে এইবোৰ সাময়িক অকৃতকাৰ্যতাই তেওঁৰ মনত বেছি পৰলৈ দাগ কাটিব নোৱাৰে। কেতিয়াবা আকৌ বৰশীত ভাল মাছ উঠিলে বেলেষ্টৰে পদূলিমুখৰ পৰাই চিঞৰি আছে, "বৰ আইকণ! আজিহে আজি আৰু! চোৱাহিচোন আহা।" কেউ-কাষে বেড়িকুৰি ধৰা আমাক ডাবি-ধমকি দিয়াৰ ভাও ধৰি আঁতৰাবৰ চেষ্টা কৰি চোতালত মোনাটো উবুৰিয়াই দিয়ে। কাৱৈ-মাগুৰ মাছবিলাকে বগাই বগাই চোতালখন ভৰি পৰে। আমি অলপ অলপ ভয় কৰোঁ যদিও মাছবিলাক চাই বৰ আমোদ পাওঁ। এনেকুৱা দিনত বেলেষ্টৰৰ মনটো বৰ পাতল হৈ থাকে আৰু নানা ধৰণৰ ৰসাল কথা কয়।

"কণা ফুলেচৰৰ চকু এটা কেনেকৈ কণা হ'ল কব পাৰহঁক? নোৱাৰ যদি শুন। আমি ডেকাচামে এদিন নৰানিৰ মাজত জুই ধৰি পানীহিলৈ দিলোঁ। অ' তহঁতে হবলা পানীহিলৈও দেখা নাই? কি ল'ৰা অ' এইখন? দুইমূৰে গাঁঠি থাকি কেঁচা পাতল বাঁহ এপাব কাটি লব লাগে বুজিছ। তাৰে গুৰিকালে গাঁঠিটোত নলীয়া কটাৰীৰ আগেৰে কুৰুকি কুৰুকি ফুটা এটা কৰি চুঙাটোত পানী ভৰায়; তাৰ পিচত স'ৰা কাঠেৰে ভালকৈ ঠিলা এটা মাৰি তাৰ ওপৰত ভাপ ওলাব নোৱাৰাকৈ আলতীয়া বা কুমাৰ মাটি লিপি দিব লাগে। মুকলি নৰানিৰ মাজত জুই একুৰা ধৰি চুঙাটো জুইত দি থৈ দিলে তামোল এখনমান খোৱাৰ পৰত চুঙাটো হিলৈ ফুটে। ওঁচৰত পিচে নাথাকিবিহঁক—উতলা পানী ছিটিকি পৰি গালে-মুখে পুৰিব। অ'—পিচে হিলৈ দিওঁতে কি হ'ল শুন। আমি দূৰত বৈ চাই আছোঁ। জুই দপ্ দপ্কৈ জ্বলিছে, পিচে হিলৈ নুফুটেহে নুফুটে। ই ফুলেচৰে বোলে, ককাইটি, বল চাই আহোঁগৈ। সি তেতিয়া দহ-বাৰ বছৰীয়া হব—ৰঙা পণ্ডিতৰ ইস্কুলত ক-খ পঢ়ে। তাকে মই বোলো হেৰ নাযাবি, অপঘাতত মৰিব খুজিছনে? সি বোলে, কিজানিবা ঠিলাটো ঢিলা হৈ ভাপ ওলাই গ'ল। মই বোলো তেনেহলে অলপপৰ পিচত যাবি। সি নুশুনিলে। আপদ হবলগা দিনত মানুহে ভাল বুদ্ধি নুশুনে নহয়। গৈ আঁঠুকাঢ়ি জুইত ফু দিওঁতেই হিলৈ ফুটিল; ভাগ্যক্ৰমে ফুলেচৰ প্ৰাণে নমৰিল, পাচে চকু এটা চিৰকাললৈ ঘূণীয়া হ'ল। টেটেৰা বেজে দুবৰিৰে নাৰিকল তেল জাৰি দি দি মুখৰ পোৰা ঘাবোৰ অলপ ভাল কৰিলত তাক এদিন সুধিলোঁ, বোলে ফুলেচৰ, হিলৈটো ফুটি তোৰ চকুৱে-মুখে পৰিলত তোৰনো কেনে লাগিছিল? সি বোলে, নকবা আৰু ককাইটি—গোটেই মুখখন পোনতে একেবাৰে চেঁচা লাগি গ'ল যেন শিল-বৰষুণ এছাটিহে পৰিল। মই পিচে সেইবোৰ টাংবাং কথা বিশ্বাস কৰা নাই দেই—উতলা পানী পৰিলেনো ঠাণ্ডা লাগেনে? যিহে ভক্ভকায়, সি গোটেইটো চেঙালুটি পাৰি পোৰণিত ডেডাউৰিয়াই আছিল তিনি-চাৰি দিনলৈ।"

শিৱৰাত্ৰিত গৰখীয়াদ'ল নামঘৰত বৰভাওনা হয়। বেলেষ্টৰক সুধিলোঁ, "বেলেষ্টৰ কাই, ভাওনা চাবলৈ নোযোৱা জানো?" বেলেষ্টৰ টিংটিঙাই উঠিল। গধূলিতে সদাশিৱ দেৱতাৰ প্ৰসাদ স্বৰূপে এবাটি ঘোটা, পাঁচোটা ভাঙৰ লাড়ু আৰু এচিলিম তিয়াৰী মোহিনী ভাং খাই ঢুলুঢুলু হোৱা চকু দুটা বৰ কষ্টেৰে অকণমান মেলি কলে, "থ—থ—! 'নদাইৰ পুতেক সৰুটোক গায়ন লৈ আৰু ৰিখেচৰক কৃষ্ণ সাজি হাৰিয়াল গাঁৱত এনে ভেকোভাওনাখন পাতিছে তাকে এই বুঢ়া বয়সত মই টোপনি খতি কৰি চামগৈ! সূত্ৰধাৰ নাচিব আকৌ কেনাই মুক্তিয়াৰৰ পুতেক সেই কোমোৰাটো হেন ভদীয়াই! হোঃ গাটো ঘূৰাওঁতেই তাৰ বছেৰেক লাগে। মাতটিও একেবাৰে ভগা কাঁহীখনৰ দৰে। বোলো কালৰো কাল বিপৰীত কাল—ক'ত আছিল গৰখীয়াদ'ল বৰনামঘৰৰ জগজ্জননী পতিত পাৱনী ভাওনা, ক'ত আজিকালিৰ চংসজা ভেকোভাওনা। বুইছ মইনাহঁত, তহঁতেই যাহঁক। আৰু দুদিনমানৰ পিচত ইয়াকো দেখিবলৈ নাপাবি।"

পিচদিনা সুধিলোঁ পুৰণা দিনৰ ভাওনাৰ কথা। বেলেষ্টৰে কলে, বৰসবাহৰ পিচদিনা দিনটো বৰধেমালি, সৰুধেমালি আৰু গায়নধেমালি গাই সাতযোৰা খুলীয়াই দ'লনামঘৰ কঁপাই থাকে। খুলীয়াও বুলি বৰগায়নৰ ভেকো হলে এটা আছিল দেই। আথৰাৰ দিনা বৰনামঘৰত সি যুদ্ধৰ চেওঁ বজায় আৰু চ'ৰাঘৰে বৰঘৰে গোটেই গাঁৱৰ মানুহবিলাকে তালে তালে নাচে। তেতিয়াৰ দিনত বৰ আথৰা চাবলৈ মতাই-মাইকীয়ে গাওঁ ভাগি আহে—আজিকালি ভাওনাৰ দিনাও সিমান মানুহ নহয়। যোগেচৰ বায়নে সূত্ৰধাৰ নাচে—সূত্ৰধাৰটো নপুংসক, অইন সময়ত দেখিলে যাত্ৰা নষ্ট হয়। মণি-বালিচন্দা খটোৱা জৰীৰ কাম কৰা সূত্ৰধাৰী চুলতানী টুপী পিন্ধি যোগেচৰে 'আহে সভাসদগণ' বুলি সুৰ লগাই টানে, বাৰখুটলীয়া বৰনামঘৰ জনজনাই উঠে—ৰাইজ কাঁহ পৰি জীণ যায়। তাৰ পিচত বৰকলীয়াৰ কন্দুৰা গোঁসাইৰ পুতেক কানাই কৃষ্ণ হৈ ওলায়। আঁৰকাপোৰ গুচাই দিয়াৰ লগে লগে হাতত বাঁহীটি লৈ শ্যামসুন্দৰ—কি দিব্যমূৰ্ত্তি! ডবা-শঙ্খ-কাঁহ বাজে; ৰাইজে হাতযোৰ কৰি 'অ' হৰি, অ' ৰাম' জয়ধ্বনি কৰে। আয়তীসকলে জোলোকাজোলোকে উৰুলি দিয়ে, গাঁৱৰ আইসকলে বহা ঠাইতে আঁঠু লৈ প্ৰণাম জনায়, বুঢ়ী আইসকলে কান্দি কান্দি দীঘল দি পৰে, গায়নে আশীৰ্বাদ লৈ খোলত হাত দিয়ে আৰু ছেৱে ছেৱে মদনমোহন কৃষ্ণই লয়লাসে নৃত্য কৰে।

সৰুমনৰ পুতেক বগায়ে ভীম সাজে। বায়নে বজায়—প্ৰৱেশয় সভা মাজে ভীমসেন ৰায় অ' হৰি। বায়ুত ভৰি চলাই থৰতালত নাচি নাচি ধুমুহাৰ দৰে প্ৰৱেশ কৰা বায়ুপুত্ৰৰ গোৰোহনিত দ'লনামঘৰৰ ভেটিয়ে টিপ লয়, গবাই নোপোৱা বৰখুটা কঁপি টিনৰ নামঘৰ গমগমাই থাকে; চোঁঘৰত ধঁপাত হুপি থকা কৌৰৱবোৰৰ বুকু কঁপে—আজি শেনৰ এজাত! তেতিয়াৰ দিনত ভাওনাক কোনেও উপভুঞ্জা বুলি নাভাবিছিল, সঁচাসঁচি ঘটনা বুলি



ধৰিছিল। ভাওনাত কোনোবা মৰিলে দৰ্শকে কান্দিছিল, ন্যায়ৰ জয় হলে আনন্দ পাইছিল। টান নৰিয়াপাতি হলে গাঁৱৰ সমৰ্থ পৰিয়ালে ৰাইজলৈ বৰসবাহৰ লগতে ভাওনা এটাও আগ কৰিছিল—ৰাইজৰ আশীৰ্বাদ লবলৈ। সেইবোৰ দিনৰ কথা ভাবিলে দুখহে লাগে বোপাইহঁত। বেজাৰত চকুপানী ওলায়, মনটো মৰহি যায়। এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই। আজিকালি নামঘৰত ভাওনাইনে খীৰটুৰেই ধৰিবই নোৱাৰি। সা-সবাহ নাই, ৰাইজৰ মনত ভকতিৰ ভাব নাই—মাথো মানুহক দেখুৱাবলৈ বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি! ৰাইজখনো খেলে খেলে ভাগ হ'ল—আগৰ হাবিয়ালৰ দ'ল নামঘৰ এতিয়া সাতখেলীয়া হ'ল—তাত আকৌ কিহৰ ভাওনাটো?

টুনীকায়ে এবাৰ দুঃশাসনৰ ৰক্তপাত দুৰ্যোধন বধ ভাওনাত শকুনিৰ ভাও দিছিল। তাৰ যিহে খোজকাটল, যিহে চকুৰ পাক! আগত তামোল-পাণৰ ৰঙাকাঠৰ শৰাই লৈ তলিচা পৰা বৰপীৰাত বহি ফুলাম গামোচা বন্ধা বৰখুটাত আওজি ঔৰাসত্ৰৰ বৰজনা অধিকাৰ জমদগ্নি হেন খিংখিঙীয়া বলাই গোঁসায়ো সেইবাৰ ভাওনা চাবলৈ আহক। টুনীৰ ভাও দেখি গোঁসাইৰ টিঙিচ্ টিঙিচ্ খং উঠি আছিল। যেতিয়া শকুনিয়ে কূটনীতি কৰি পাশটি লুটিয়াই দিলে আৰু দ্ৰৌপদীৰ বস্ত্ৰহৰণ হ'ল—'ৰক্ষা কৰা অভাগীকে অহে দামোদৰ' বুলি বিলাপ মাতি হেকটি ফুটাই দ্ৰৌপদী গোঁসাইৰ ভৰিৰ কাষতে লুটিখাই পৰিল, গোঁসায়ে একেজাঁপেই থিয় হৈ চুলালগা খৰমেৰে সৈতে শকুনিৰ কঁকালতে দিলে এটা মস্ত থিয়গোৰ শোধাই, কেঁকুকৈ শব্দ এটা কৰি টুনীৰাম মাটিত পৰি বিমূৰ্চ্ছিত হ'ল। চকু ঢেল খালে, পাশাখেল বন্ধ হ'ল, পাণ্ডৱ-কৌৰৱ সোপাই শকুনিক বেঢ়িকুৰি ধৰিলে, ৰাইজৰ মাজত হুৱাদুৱা লাগিল। গোঁসায়ে 'পাপ নিধন হ'ল' বুলি উকৰি পৰা খৰমপাট পিন্ধি খটক্ খটক্ ঘৰলৈ গ'লগৈ। তেৰা কবিৰাজ যেনিবা ভাওনাতে আছিল বুলি টুনীৰাম সেই যাত্ৰালৈ ৰক্ষা

পৰিল। বলাই প্ৰভুৰে পিচে জীৱনত আৰু কাহানিও টুনিৰামৰ ফালে কেৰাহিকৈও নাচালে আৰু তাক মলা-আশীৰ্বাদ নিদিলে। সেইটো থং গোঁসাইৰ মৰাৰ দিনালৈকে থাকিল।

চাহ কোম্পানীৰ বিশদ বুৰঞ্জীও আমি বেলেষ্টৰৰ মুখত শুনা। পুৰন্দৰসিংহই দেশখন বন্ধকত দিয়াৰ পিচত পোন প্ৰথমেই ইষ্টিন্দিং কুম্পানীৰ ৰঙামুখীয়া চেহাৰবোৰ আহি হেনো আমাৰ দেশত মানৰ পাচে পাচে শিশুপাল খেদা ধৰি হাবিয়ে-বননিয়ে অনাই-বনাই ফুৰিছিল। চেহাবৰোৰৰ গাত আকৌ চকলাচকল ৰঙা ৰঙা খুদখহু—দিনত টিট্‌চিটায়, ৰ'দত পোৰণি উঠে। হাবিয়ে-জঙ্গলে দল বান্ধি বান্ধি মান খেদাৰ লগতে সিহঁতে আমাৰ দেশখনতনো কি কি বস্তু পোৱা যায় তাৰে উৰহী গছৰ ওৰ লৈ ফুৰিছিল। দিনে-পোহৰে হাবি কাটি কোনো দেওমনিচ সোমাব নোৱাৰা হাবিবোৰত সোমাই সিহঁতে ৰাতি বিয়লি তম্বু তৰি হাবিৰ মাজতে দলেবলে থাকে। এইদৰে উজনি অসমৰ হাবিত ঘূৰি পকি ফুৰোঁতে চিংফৌৰ গাওঁবুঢ়াই শিৱসাগৰৰ ওচৰতে কুম্পানীৰ বুৰুজ চেহাবক লগ ধৰি এচুঙা ফিনাপ্‌ যাচিলে; বোলে চেহাব, আমি ডালছুখীয়া, কি আছে, কি দিম? তোমালোক হ'লা সৰগৰ দেও, কপাহৰ জোলা হেন সুকোমল শৰীৰ, আমাৰ আলু-কচু-ঢেকীয়াই তোমালোকক নুসুজিব। তেও বুলি আলহী-অতিথিৰ বাবে ফিনাপৰে চুঙা এটা দিলোঁ—সকলোৱে মিলিজুলি খাবাহঁক। বুৰজ চেহাবে বোলে এইটো কি? খায়নে কানত পিন্ধে? তৈয়াৰীনো কৰে কেনেকৈ? খায়বা কিহেৰে? গাওঁবুঢ়াই কলে বোলে ফিনাপৰ গছ হাবিত হয়। তাৰে কোঁহপাত ছিঙি আনি ছাঁত লেৰেলাই খোৱা হয়। তাৰ পিচত কাকবাঁহৰ চুঙাত ভৰাই খুন্দি জীপ্‌-জীপীয়া কৰি থৈ দিয়ে; পিচত শুকাই কৰ্কৰীয়া হলে উলিয়াই আনি টুকুৰাটুকুৰকৈ কাটি পিঠা খোৱাদি কামুৰি খায়। পিচে বুৰুজ চেহাবে সেইবোৰ চেলেকি চাই তিতিকি তিতিকি পালে, যোৰহাটলৈ আহি আমাৰ মণিৰাম দেৱানক লগ ধৰি সুধিলে বোলে এইবোৰ কি? দেৱান আকৌ কলিকতীয়া চেহাব-চুহুবৰ লগত ঘন্‌চাল হলিগলি থকা মানুহ, লোকে চাইচিতি বোলে, চীনদেশৰ পৰা ভাৰ বৈ আনি তোমালোকে যে পানীত সিজাই খোৱা, এইবোৰ সিবোৰ চা-চিং। চা-চিং বোলা কথাটোৰ পৰাইনে চেহাবে অনা কাৰণেই এই পাতবোৰৰ নাম 'চাহ' হ'ল। কলিকতাৰ গিৰ্‌ফিথ্‌ চেহাবলৈ বুৰুজে চুঙাৰ পৰা উলিয়াই এলডা ফিনাপ্‌ পঠিয়ালে। গিৰ্‌ফিথ্‌ চেহাবে পৰখ্‌ কৰি চাই বোলে 'ন' টি'—অৰ্থাৎ চাহ নহয়। তেতিয়া চেহাববিলাকে চীনদেশৰ চাহ হোৰাহোৱে খাইছিল, তাত চীনাবিলাকে তৈয়াৰী কৰি দিয়ে। চীনা চাহ মিস্তিৰিয়ে বোলে এইবোৰ টি, মানে চাহ হয়। পিচে আমাৰ বোৰতকৈ অলপ বিলগ। তেতিয়া গিৰ্‌ফিথ্‌ চেহাবে ডেভিট্‌ চেহাবক শদিয়ালৈ পঠাই দিলে বোলে যা, আচামত এইবোৰৰ খেতি কৰগৈ। লগতে পাকৈত চীনা মিস্তিৰি আৰু বহুত চীনা চাহৰ গুটি লৈ ডেভিট্‌ চেহাবে শদিয়াত চাহখেতি কৰিলেহি। পিচে চাহগছ বোৰে, একাচেকা ৰ'দত লেৰেলি মৰি যায়। ইফালে মদপানী নাই, কেলাব নাই—চেহাবে শদিয়াত থাকিও টান পালে। কুম্পানীলৈ লেখিলে বোলে এইখন ছুটা মাটিত চাহ নহয়। মাটিত সাৰ নাই, কঠুৱা মাটিত ফালো নোসোমায়। চেহাব কলিকতালৈ ঘূৰিল, চীনাবোৰ থাকি গ'ল। সেইবোৰ পৰিয়াল মাৰ্ঘেৰিটাৰ ওচৰত এতিয়াও আছে।

পাচে কথাফাকি মণিৰাম দেৱানৰ কাণত পৰিল; তেৰাই তামূলী-পীৰাৰ পৰা একেচাৰে উঠি গাত গৰিয়লি চেলেংখন ঢালি লৈ বোলে, মোৰ সুজলা সুফলা সোণৰ দেশত চাহপাত হাবিয়ে-বননিয়ে হয়, তোমালোকে নহয় বুলি কলেই হবনে? তোমালোকৰ চেহাববোৰৰ কাণ্ডজ্ঞান নাই। পানীৰ পৰা তুলি আনিলে মাছ যে মৰে তাকো চকুত আঙুলি দি দেখুৱালেহে দেখা পোৱা। জঙ্গলী বস্তু, অলপ ছাঁ দি পানী কাটি কৰিবা, পাটমাদৈৰ দৰে আলফুলকৈ

তুলিবা তালিবা তেহে হব। তেখেতে আচাম কুম্পানী খুলিলে, তাকে দেখি চেহাবৰিলাকো আহিল আৰু গণ্ডাই গণ্ডাই চাহ কুম্পানীবোৰ হ'ল; লগে লগে আমাৰ দেশখন বোপাইহঁত লহপহীয়া চাহগছেৰে সেউজীয়া হৈ পৰিল। অশলাগী কুম্পানীয়ে পিচে, পিচত দেৱান বাহাদুৰক ফাঁচীত ওলোমালে—এইবোৰ ৰজাঘৰত বিশ্বাস নাই, তাতে আকৌ অজাতি।

শদিয়া বাগানৰ চাহক আমাৰ ইয়াত হাইচন্ বুলি কলে, কলিকতাত তাকে চুকং বুলিলে, শেহান্তৰত এইবোৰ ক'লাচাহ বুলি বিলাতলৈ চালান দিলে। বৰদুৱাৰ বাগিচাৰ প্ৰথম আধাসেৰ চাহপাত বিলাতৰ মহাৰাণীয়ে নগদ তেৰটকা দি কিনিলে আৰু আমাৰ দেশৰ ব্যৱসায় থিতাতে এখোপ উঠি গ'ল।

চাহপানী খোৱা নিয়মবোৰ পিচে মানুহে মানুহে বেলেগ দেই! তোমাৰ ইয়ালৈ প্ৰথমেই অহা চীনাবিলাকে গাখীৰ চেনি নিদিয়াকৈ কৰা ফিকা চাহ খায়। কিছুমান চীনাই আকৌ ৰঙাচাহত নেমুটেঙা এফুটা চেপি লয়। হিং, গান্ধকলাই আৰু সুগৰি চোঁৰৰ বেচি ফুৰা ভুটীয়াবিলাক যে দেখহঁক, সিহঁতে আকৌ চাহত মাখন ওপঙাই খায়—গাখীৰ চেনি নিদিয়ে। কাৰো চাহত লোণ এজেবা দি খালে সোনকালে হজম নহয়, পেট ওফোন্দায়; সেই কাৰণে বেছি দুখ কাম কৰা কুলী-মালী আৰু হালোৱা পথৰুৱা নিচলা মানুহে চাহত নিমখ এচমকা দি খায়।

আমাৰ অসমীয়া মানুহবিলাকে আকৌ প্ৰথমতে চাহপানী কৰি খাব নেজানিছিল। চেহাবসকলে জানিবা সকলোকে বুজাইবঢ়াই চাহপানীত শৰণ দিয়ালে। দেৱানৰ দিনতে যোৰহাটৰ চক্ বজাৰত চাহৰ দোকান বহিল—দোকান মানে হাটৰুৱা বাটৰুৱাক এনেয়ে চাহপানী খুউৱা খোলাহে, পইচাপাতি দিব নালাগে। কুম্পানীৰ দোকানদাৰে বাটেদি যোৱা মানুহক এনেয়ে চাহপানী এমলা খাই যাবলৈ মাতে। আমাৰ মানুহবিলাকে আকৌ আগৰ



দিনত বাহিৰত গুৱা অকণো নধৰিছিল নহয়, গতিকে চাহ খাবলৈ মাতিলে 'জাতকুল মাৰিবলৈ আহিছ' বুলি কুম্পানীক গালি-শপনি পাৰি গুচি যায়; দেউসকলে ভোৰভোৰাই শাওপাত দিয়ে। কুম্পানীয়ে আকৌ ঘৰে ঘৰে চাহপাত বিলাই ফুৰা মহৰীও কিছুমান ৰাখিছিল। কলিকতাত লোহাৰ মটং কেতবোৰ কৰাই আনি চেহাবসকলে জানিবা ৰাইজক ঘৰতে চাহপানী একোটুপি তৈয়াৰী কৰি খাবলৈ সুবিধাটি কৰি দিলে। ঘৰে-ঘৰে জুহালে-জুহালে তুঁহজুইৰ ওপৰৰ জাতিত লোহাৰ দীঘল মুখীয়া মটং উঠিল—ডালদুখীয়াৰ ঘৰত মটঙৰ অভাৱত মাটিৰ টেকেলি একোটা চালৰ কামীৰ পৰা তাঁৰেৰে জুহালৰ ওপৰত ওলোমাই ললে। ৰাতিপুৱাই টেকেলিত পানী এটেকেলি ভৰাই হাঁকোটাডালত ওলোমাই দিয়ে, তাতে চাহপাত এমুঠি মেলি দিয়ে। আলহী-দুলহী আৰু ঘৰৰ সকলোৱে দিনটো তাৰ পৰাই বাকি বাকি চাহপানী খায়। টেকেলিত পানী কম হলে চেঁচাপানী ভৰাই লয়—নকৈ চাহপাত হলে নিদিয়ে দেই! সেইদিন ধৰি আমাৰ ৰাইজক চাহ কুম্পানীয়ে কিনি ললে। চাহ এটুপি নধৰিলে পথৰুৱা পথাৰলৈ ওলাব নোৱাৰা হ'ল। অমুকা বাবুৰ শুদাপেটত বাহীমুখীয়া চাহ অকণ নপৰিলে তেৰা শইযাৰ পৰাই উঠিব নোৱাৰা হ'ল। তমুকী বুঢ়ীয়ে সোলামুখত চাহ বোলা কৰ্কৰীয়া জলটুপি নাঢালিলে মূৰৰ কামোৰণিত ত্ৰিভুবন দেখা হ'ল। এতিয়া যাৰে ঘৰলৈকে যোৱা জুহালৰ ওপৰত চাহৰ টেকেলি চৰ্চৰাই আছেই—তলত তুঁইজুই, তাতে চকুৱাপাত, ঔটেঙাপাত, বুৰুলি আৰু ধানখেৰৰ জাল। অৱশ্যে আমাৰ গাঁৱৰ মানুহে কেৰা ৰিংৰিঙিয়া তিতিকি তিতিকিকৈ সিজোৱা চাহ এবাটি লেজুৰা গুৰ এলেপাৰে সৈতে খাইহে ভাল পায়। মোৰেই দেখোন বোপাইহঁত চেনি গাখীৰ দিয়া চাহপানী খালে কিবা গোটেই পেটটো গোমাই ওকোলমোকোল কৰি উজাৰি আহে।

দেৱানৰ পিচতে চেহাবসকলৰ লগত সমানে ফেৰ মাৰি কুম্পানী

খুলি চাহখেতি কৰিবলৈ ললে আমাৰ বালিগাঁৱৰে জগন্নাথ বৰুৱা বোপাই। তেখেত আকৌ বি-এ পাছ। আজিকালি বোপাইহঁত গাঁৱে-ভূঞে ইংৰাজী শিকোৱা ইস্কুল কলেজ হ'ল। ঠেঙা কোট পিন্ধা বি-এ, এম-এ গালে গালে ওলাই সেই হেৰিয়াৰ ঔতলৰ পুখুৰীৰ লালুকিবোৰৰ দৰে পিন্‌পিনাই ফুৰিছে। পিচে বি-এ জগনাথৰ যোৰৰ কেৰৰ মানুহ হলে আমাৰ নিচলা দেশত তেতিয়া দুটা নাছিল দেই! বোপাই ফৰ্‌ফৰাই ইংৰাজী কয়। একো বুজি নাপালেও শুনি থাকিবৰ মন যায়। শুনি বগা চেহাববিলাকে ভেলেঙা লাগি বৈ থাকে। সিহঁতৰ মুখৰ মাত হৰে। তেখেত বিলাতলৈকো গৈছিল। বাহিৰত ঠেঙা কোট পিন্ধা চাহাবৰো চাহাব, পিচে ভিতৰখন হলে হাড়ে-হিমজুৱে খাটি অসমীয়া আছিল দেই। বোপা অকালতে মৰি স্বৰ্গগামী হ'ল, নহলে দেশৰ ৰাইজৰ কাৰণে একঠা কই থৈহে গলহেঁতেন।

তেল কুম্পানীটো আকৌ উলিয়ালে আমাৰ শিৱসাগৰৰে বৰঠাকুৰ বোপাই। উইলকক বোলা চেহাব এটাই বোলে দিহিঙেদি বৰহাটলৈ উজাইছিল। তাতে বোলে নামচিকৰ কাষৰ দীঘলনকাই তেলৰ গোন্ধ পালে, বিচাৰি খোচাৰি শুং-সূত্ৰ একো উলিয়াব নোৱাৰিলে দেই। বৰঠাকুৰ বোপাই আকৌ ৰাস্তা বন্ধা পাথৰ আনিবলৈ ডিগবৈৰ ফালে পিংপিঙাই ফুৰি চুপকণ্ডত ডেঁৰা বান্ধি-ছিলগৈ। অটব্য জাৰণি হাবি—লগত হাতী নহলে চলন-ফিৰণ বন্ধ। দিনৰ বেলিকা হাতীৰে শিল টনায়, ৰাতি হাতীবোৰ বান্ধি হাবিৰ মাজতে তম্বু তৰি জুই জ্বলাই শুই থাকে। পিচে বৰঠাকুৰৰ লগত অঘাইটং কুন্‌কী এজনী আছিল—ৰাতি শিকলি ছিঙি মনে মনে ওলাই যায়, ৰাতিপুৱাৰ আগতে ভৰিত ছিগা শিকলিৰে খুটুং-খাটাং কৰি তম্বুৰ আগত হাজিৰা দি থিয় দি থাকেহি। এদিন বৰঠাকুৰে বোলে এই কুন্‌কী ৰাতি ৰাতি কলৈনো যায় পৰখ কৰা য'ক বুলি ভৰিকেইটা চালে। কুন্‌কীৰ ভৰিত আঁঠুলৈকে লোমালোমে ক'লা মাটিতেল। কথাটো ৰাতিপুৱাই চেহাবক ৰেপট কৰা হল—শিয়ান চাহাবে ৰা বোলোতেই ৰাগটি চিনিলে। বোলে তেল কুম্পানী খোলো ধৰা। এটকাত তেষষ্টি পইচা অংশ আমাৰ, এপইচা তোমাৰ। বৰঠাকুৰে বোলে, এপইচাৰেনো কি যজ্ঞটো কৰিম? চেহাবে বোলে, তেনেহলে দুশটকা ৰূপকে লোৱা—এই বুলি কাগজ-পত্ৰ চহী কৰি কুম্পানী পাতিলে। বৰঠাকুৰ বোপাই দুশ চিকাৰূপ লৈ ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰিল। চেহাবে তেল কুম্পানী খুলি লাখপতি হ'ল। আমি অসমীয়াকেইটাই আৰু এনেকৈ আকৌ নেগুৰতে মুখ দি শুই থাকিলোঁ।

বৰগুৱালৰ পুনাইক পনীয়া পুনাই কৈলে বোলে জানহঁকনে? শুন।

গৰখীয়াদ'লৰ বৰগুৱালৰ ঘৰৰ সাতামপুৰুষীয়া ব্যৱসায় হ'ল গাখীৰ বেচা। গাখীৰৰ ধনেৰেই সিহঁতৰ কেউটা ককাই-ভায়ে থকা ঘৰে ভঁৰাল ঘৰে গাখীৰৰ দৰে শুধ বগা কৰিলে। বৰতাৰ চালৰ ঠাইত গোহালিয়ে ভঁৰালে নতুন টংটঙীয়া টিন্‌পাত উঠিল। পনীয়া পুনাইৰ গৰু আছিল লেথৰ ছজনী আৰু হালৰ বলদ দুটা। তাৰে দুজনী গৰুৰ গাখীৰ বছৰটোত অনবৰত থাকেই। পুনাইৰ বাপেক বৰগুৱালে সদায় ক'লী গৰু এজনীৰ খাঁটি গাখীৰ আধাসেৰ মুকলি মূৰীয়াৰ বৰপ্ৰভুৰ ঘৰত দিছিল—কৰ-ভাৰ বুলি নহয় আকৌ দেই, বইনা বুলি পইচা লৈহে। বাকীখিনি গাখীৰো বইনা কৰি গাঁৱৰ যি কেইঘৰত পাৰে দিয়ে। পুনাইৰ দিনতো এনেকৈয়ে চলিছিল। এনেতে দেশ তল-ওপৰ কৰি যুদ্ধ আহিল। বস্তুবেহানিৰ জুই-ছাই দাম। যোৰহাট বজাৰ জুইহাট হল। পিচে মিলিটেৰীৰ খেৰ-বাঁহৰ কণ্টেক্ লৈ ৰাইজৰ হাততো দুপইচা হ'ল। সেই দল্‌দোপ হেন্দোল-দোপতে আমাৰ গাঁৱৰ সৰুকণে মিলিটেৰীৰ হাজিৰা কৰি বিড়ি-চুৰট

এৰি বগা চেলেউত ধৰিলে। এতিয়া তাৰ নাজল নাথল অৱস্থা। খুমনৰ বাঁহ গাঠিয়েও একেলগে হাজিৰা কৰিছিল। সি পিচে বন্ধকত চাপৰি মাটি এডোখৰ লৈ এতিয়া তাতে পাম এখন খুলি ছবেলা ছমুঠি খাইছে। যুদ্ধই মৰীয়াৰ ঘৰৰ চালতো টিনপাত তুলিলেহি। আগেয়ে তাৰ ঘৰত বন্ধা ভাত চৰুতে কাউৰি-কুকুৰে খাইছিল, পিচে সেইবাৰ বিজয়া দশমীৰ দিনা মুকলিমূৰিয়া প্ৰভুৰ দুৰ্গা গোঁসানী উটাবলৈ নিওঁতে মৰীয়াৰ ঘৰৰ চালত সেই পাথৰী কুকুৰজনী উঠা দেখিয়েই আমি জানিছিলোঁ তাৰ দিন ভাললৈ আহিল বুলি। অ' পিচে পুনাইৰ কথাটো শুন। যুদ্ধৰ আৰু কণ্টেকৰ যহত ওচৰৰে কোৰোকাতলি গাঁৱৰ দুই-এজনৰ হাতলৈকো দুই চাৰি পইচা আহিল। হাতত পইচা হলেই ভাল ভাল বস্তু কিনি খাবৰ মন যায়, সেই গতিকে জেপত নতুন নতুন কৰ্কৰীয়া নোট আৰু হাতত এলুমিনামৰ বগা জগ্ লৈ কোৰোকাতলীয়া ৰাইজে পুৱাবেলিকা গাখীৰ অকণ বিচাৰি আমাৰ গৰখীয়াদ'লৰ ফালে পাক একোটা মাৰিবলৈ ল'লে। সাতামপুৰুষীয়া ব্যৱসায়তো! প্ৰথম কোবটো গৈ পৰিলগৈ পুনাইৰ ঘৰতে। গাখীৰৰ দাম বাঢ়ি গৈ সেৰে আঠ অনা হল। নতুন নতুন নোটবোৰ দেখি পুনাইৰ চকু থিয়। বোলে যুদ্ধ হৈছে, ৰাইজখনে পইচাৰে খোলাকটি চেন্‌গুটি খেলিছে, ময়ো এই ছলতে দুপইচা কমাওঁ। গাখীৰ ওলায় তিনিসেৰ, বইনা ললে সাত সেৰৰ; বাকী চাৰিসেৰ ঔতলৰ বৰ্তন ধোৱা পুখুৰীৰ পানী। কেইদিনমান তাৰে গাখীৰ আধাসেৰকৈ মুকলীমূৰীয়া বৰপ্ৰভুৰ ঘৰলৈকো গ'ল। পুনাইৰ আয়েক বৰগুৱালনীয়ে বোলে গুৰুঘৰত এনে ভেজাল বস্তু মই জীয়াই থাকোমানে দিব নোৱাৰ, সাত পুৰুষত নোহোৱা নোপজা কথা এটা তই কৰিব খুজিলেই ৰজিব নেকি? পুনায়ে বোলে হতচিৰীহঁতী! টকাৰে ৰাৱণৰ গোষ্ঠীয়ে ব্ৰহ্মপুত্ৰ ভেঁটিছে, তই দেখা নাই? দেখৰ ৰাইজখনে লুটিপুটি খালে, তোৰ পৰাহে মই পাতি পইচা এটা আৰ্জন কৰিব



নোৱাৰো। তই বুঢ়ী মৰ। বৰগুৱালনী ভয়তে মনে মনে থাকিল।

ইফালে বৰপ্ৰভু ঈচৰ সদায় ক'লীগাইৰ নিৰহনিপানী খাঁটি গাখীৰ খাই থকা মানুহ। এদিন পুৱা তিওৱা চিৰা-জলপান খাওঁতে তত্ টং কৰিলে গাখীৰবোৰ কিবা সেৰেকা হৈছে। তাৰ পিচত আকৌ এদিন—। এনেকৈয়ে কেইদিনমান গ'ল।

বৰনামঘৰত আকৌ চেঙেলীৰ গোচৰ সুধিবলৈ এদিন বৰপ্ৰভু বহক। তাতে পুনায়ো আছিল। তাক দেখি প্ৰভুৰ গাখীৰৰ কথা মনত পৰিল। গোচৰ গোচৰ হৈয়েই থাকিল। ৰাইজখনৰ মাজত প্ৰভুৱে চকু ঘোপাকৈ ধৰি বোলে, পুনাই আজিকালি দেখোন তোৰ গাখীৰত পানী। খালে কিবা সেৰেকা সেৰেকা লাগে। পুনায়েও কথাৰ মূৰতে টপৰাই উত্তৰ দিলে বোলে, নকব আৰু প্ৰভু ঈচৰ! লৰাটোৱে দলনিত গৰু চৰায়গৈ। এতিয়া বৰষুণৰ দিন— ঈচৰৰ ভাগৰ ক'লীজনীয়ে পথাৰে সমাৰে দেখৰ পানীখন খালে। তেহে এতিয়া ল'ৰাটোক কৈছোঁ বোলো সেইফালে গৰু নচৰাবিগৈ। ৰাইজে বোলে, ই কটা ভাওকী, নিধক! বৰপ্ৰভুৰ আগতে মিছা মাতে। আজি বাৰু ক'লীজনীক দলনিতে চৰিবলৈ দে। কালিলৈ ৰাইজৰ চকুৰ আগত খীৰাবি—গাখীৰ কিমান পনীয়া হয় চাওঁ।

পিচদিনা ৰাতিপুৱা পুনাইৰ চোতালত সকলো ৰাইজ গোট খালে। বৰগুৱালৰ বংশধৰে হাতত বেতৰ বকটু খুউৱা তিনিসেৰিয়া কঁৰীয়া লৈ ক'লীগাই খীৰাবলৈ গোহালিত সোমাল, খীৰাওঁতেও ৰাইজে চাই আছিল। দুপিয়নৰ পিচত চপ্‌চপীয়া একঁৰীয়া গাখীৰ আনি আগলি কলাপাত পাৰি চোতালতে থলেহি। গলত গামোচা বান্ধি প্ৰণিপাত কৰি বোলে, এয়া ৰাইজৰ নিকিনা গোলামে ক'লী গাইজনী আপোনাসবৰ আগতে খীৰাই আনিলো। এতিয়া পৰ্‌ভুসকলে স্বয়ং গাখীৰকণ পৰীখা কৰি চক। ৰাইজে চাই দেখে গাখীৰ পনীয়া হয়—কিবা কজলা কজলা। সকলো ঘৰাঘৰি গ'ল।

কেইদিনমানৰ পিচত যেনিবা ক'লী গাইজনী পোৱালিৰে সৈতে গোহালিতে মৰিল; তাৰ পিচত পুনাইৰ গোহালিত চৰকা উঠি এটা এটাকৈ গোটেইসোপা গৰুগাই মৰিল; লগে লগেই বৰটো পুতেকৰ যোৱাথোৱা নৰিয়া হলত বৰপ্ৰভুৰে সৈতে সকলো ৰাইজ গোটাই বৰনামঘৰতে পুনাই দীঘল দি পৰিলহি। বোলে, "কঁৰীয়াত এবকটু পানী ভৰাই থৈ গাখীৰ খীৰাই ৰাইজথনৰ চকুক ঠগিলো, পিচে সবাৰো ওপৰত থকাজনক নোৱাৰিলো। মোক ক্ষমা কৰাহঁক ঐ— ল'ৰাটোৰ ধাতু যায় যায় অৱস্থা।"

ৰাইজে খং খাইছিল যদিও পুনাইৰ দুখ দেখি দোষ মৰষিলে। তেতিয়াই দ'ল নামঘৰত শৰাই দি আশীৰ্ব্বাদ লৈহে পুনাইৰ পুতেক কণবাপু সেই যাত্ৰালৈ ৰক্ষা পৰিল। সেইটো কণবাপুৰে এতিয়া অকলে নগদ চাৰিপূৰা মাটিৰ খেতি কৰি ধানে-ভঁৰালে মেত্ মাৰি আছে। পিচে সেইদিনাৰ পৰা আমাৰ পুনায়ে 'পনীয়া' নামটিও গোটাই ললে।

যুদ্ধৰ দিনত ৰাইজে ঘটা তুলাপাতৰ ধনবোৰ কেনি ওলাই গ'ল কোনেও তৎ ধৰিব নোৱাৰিলে দেই। বোলে, 'আহিল কণা গ'ল কণা খাগৰি কাটিলে তিনি কণা'। যুদ্ধত উজান উঠা পইচা চৰা বজাৰে শুহিলে। মুঠতে পোৱা বিলাতী চেলেউ, বগা আৰকজল আৰু পাউৰুটিৰ সোৱাদবোৰহে ৰাইজৰ জিভাত লাগি থাকিল। আনকি ভোগদৈৰ পাৰত দমোৱা মিলিটেৰীৰ এৰাপৰলীয়া খোৱা বস্তুৰ টিনবোৰ চেলেকী গাখলু হোৱা ভতুৱা কুকুৰবোৰকো এতিয়া কাপৰে খালে।

চৰাইমৰীয়া সত্ৰৰ চলাজনা অধিকাৰৰ বৰজীয়েকৰ বিয়া পাতিলে সিবাৰ আঘোণত। বৰ পবিত্ৰ মাহ বোপাইহঁত—পথাৰত সোণালী লখিমী, জান-নেজান কুঁৱলী। ৰাইজৰ মনতো আনন্দ, সোণা চপোৱাৰ সময়। সবাৰে মনত নতুন নতুন আশা, ফৰকাল বতৰ। এনে সময়তে বিয়া-সবাহ পাতি ৰং-ৰহইচ কৰিবলৈ ভাল।



মালৌৰ চাব্ গাখীৰৰ পিচে সেই বছৰ বৰ নাটনি হৈছিল। সইত-পানি আৰু মালভোগৰ চাপৰিতো গাখীৰ নায়েই—বৰভেটি কৰ্কৰীয়া শুকান। ইফালে হ'ল গোঁসাইঘৰীয়া বৰবিয়া। এঘাৰথন গাঁৱৰ ৰাইজ সুধিব লাগিব কোমল চাউল দৈ গাখীৰেৰে। লগত দখিণ হেঙেৰাৰ গুড়। গতিক বুজি অধিকাৰ গোঁসায়ে পাচনীৰ ঘৰৰ বগাক মাতি আনি কলে বোলে "কাৰ্তিক চাপৰিত যে তোৰ পাম আছে, তাৰ উত্তৰ পাৰে মিৰিগাঁৱত গাখীৰৰ ওৱাদানি। মোৰ ঘৰৰ বিয়াখনৰ কাৰণে কমেও পাঁচমোন ভাল গাখীৰ যেনে-তেনে ঠিক কৰি দে—যাতে মোৰো মনটো মুকলিকৈ খুৱাব পাৰো আৰু ৰাইজেও খাই সন্তোষ পায়।" কথামতে বগাই মিৰিগাঁৱত গাখীৰ বন্দৱস্ত কৰিলে। কুৰিসেৰীয়া কলহত দহ কলহ গাখীৰ। পিচে, সমস্যা হ'ল মিৰিগাঁৱৰ পৰা গৰখীয়াদ'ললৈকে গাখীৰ অনাটোহে। গৰুৰ গাৰীত আনিবলৈ অসুবিধা, থেকেচনিত ৰ'দত পাগ দিয়া মাটিকলহ ভাগিব পাৰে। কুৰিসেৰীয়া কলহ; আনিব লাগিব আলসুৱা পাটমাদৈৰ দৰে আলফুলকৈ। বাটতে ঠনক্ কৰিলেই চিলিম ছিগিল—সুতে-মূলে সোপাই ভ্ৰষ্ট।

তেতিয়া আকৌ খৰালি কাল নহয়, হোলা-বিলবোৰ খৰাঙত শুকাই কৰপা মাৰিলে। তলি ফাটি ছিৰাছিৰ হ'ল। এলাপেচা পুখুৰীবোৰো তৰাং। গতিকে মই অধিকাৰ প্ৰভুৰ বাৰীৰ ৰজাদিনীয়া পুখুৰীটোতে চকৰি পুঠী আৰু মৰঠী মাছ টোপাই বহি থাকো। পুঠীমাছবোৰ আকৌ ফুলবৰশীত তুলিবলৈ বৰ ভাল। আটাগুৰিৰ টোপত আমৰলি পৰুৱাৰ বগা ৰস মিহলাই সানিব লাগে। বৰশী ডাঁৰিটো লিক্‌লিকীয়া চিৰিপনি হেন, বটীয়াডাল মিহি মুগাৰ আৰু পুঙাটো পাখিকাপৰ হব লাগে—পুঠীমাছ আৰু তোলহে তোল। পুৱা চাহপানী খোৱাৰপৰা দুখনমান তামোল খোৱাৰ পৰ বৰশী বাইছোঁ—মোৰ বোম্বাই থালেটোৰে এথালৈ মহাৰাণীৰ চিকাৰুপ-বোৰৰ দৰে চল্‌চলীয়া পুঠীমাছ উঠিল। ইফালে কাষতে বিয়াঘৰত

ৰভা-পৰলা দিয়াৰ উথল-মাথল চলি আছে। ভাবিলোঁ অকণমান আগিভাগি দিওঁ; পিচে মোক নিমন্ত্ৰণ কৰা নাই নহয়—কেলেই বাম অনিমন্ত্ৰিত সকামলৈ? গোঁসাইৰ পইচা আছে দিনটীয়া হাজিৰা ভৰক। মই 'ঔচ' বোলা কথাষাৰৰো মালিক নহলো যেতিয়া কিহৰ গৰজটো বিন্ পইচাৰ গেবাৰি খাটিবলৈ!

চ'ৰাৰ বৰ পীৰাত বহি ৰভা পৰলাৰ কাম তদাৰক কৰি কৰি চলাজনা প্ৰভুৱে দেখোন এবাৰ ধঁপাত হুপিবলৈ এৰি জিকৃজিকাই উঠিল—"ইস্ ইস্! মোৰ গাভিনী ভলুকা বাঁহজোপা একেবাৰে থয়ঙ্কৰ কৰিলিহঁক। বোলো নকৈছিলোনে তহঁতক সেই জোপা বাঁহত হাত নিদিবি বুলি।" পৰ্ভুৱে ভোৰ্-ভোৰাই বৰ পীৰাৰ-পৰা উঠি বাঁহজোপা চাবলৈ বৰ পুখুৰীৰ ফালে আহিল।

মই বোপাইহঁত, বিৰিণা আৰু জেটুলিপকাৰ জোপা এটাৰ দাঁতিতে ক'লা কম্বল এখন লৈ বৰশী বাই আছিলোঁ—সিৰসিৰীয়া জাবটো দিনটো থাকেই নহয়! অধিকাৰ পৰ্ভুৱে বাঁহ চাবলৈ গৈ চকামকাকৈ দেখিলে মোক। ভৰদুপৰীয়া যদিও গোঁসায়ে চাগৈ ভয় খালে দেই—গোঁসাইৰ বাৰীত মাজে সময়ে ক'লা ল'ৰা আৰু বুঢ়া ডাঙৰীয়া ওলায় বুলি গাঁৱে-ভূঞে সকলোৱে জানে। তিনিসন্ধ্যা গায়ত্ৰী নোগোৱা মানুহে সেইপিনে মুখকে নকৰে। পিচে প্ৰথমতে চক্‌মক্ খাই কঁপা কঁপা মাতেৰে পৰ্ভুৱে বোলে, "সেইটো কোন অ' সেই ক'লাটো?" মই থিয় হৈ বোলো, "মইহে পৰভু ঈচৰ।" গোঁসায়ে বোলে, "বেং?" মই বোলো, "নহয় প্ৰভু—বেলেষ্টৰ।" গোঁসায়ে বুকুত হাত দি বোলে, "জয় দুৰ্গা। উস্! বুকুখন ধপধপাই গ'ল—যেন হাতুৰীহে পিটিছে।" ময়ো বোলো, "হয় ঈচৰ, মই ইয়ালৈকে শুনিছোঁ; কলখোৱা ধাতু নহয় বুলিহে।" গোঁসায়ে বোলে, "তোৰ মুখৰ চোকটো আৰু নকমিল। পিচে ইয়াত কৰিছহি কি?" এইবুলি কৈ কটপ্ কটপ্ মোৰ ফালে আহিল।

অধিকাৰ প্ৰভু আকৌ বান্ধ কেৰেপ্; কিৰ্পণালিত কুবেৰৰ



আজুককাক। গাঁৱৰ ৰাইজে বোলে আঁতকৰালী যথ। বাৰীত তলসৰি থকা তামোল দুটা কোনোবাই বিচাৰি বুটলি আনিলেও তাৰে এটা ৰাখে; জেংখৰি এডাল লুৰি আনিলে তাৰো আধা ৰাখি থয়। এখোজ দুখোজকৈ মোৰ ফালে আগবাঢ়ি আহি বগলীৰ দৰে ডিঙিটো দীঘলীয়াকৈ মেলি চপ্‌চপীয়া খালৈটো দেখি শ্ৰীচৰণে দৰক্ লৈ ৰল; বোলে, "বেং! মোৰ বোপাককাই জীয়াই থোৱা পুঠীমাছ কেইটাও তোৰ চকুৱে নসহিলে—তাকো মনে মনে উজাৰ কৰিবলৈ আহিলি! এতিয়া মই শাস্ত্ৰ চাব লাগিব—এই চুৰি বিদ্যাৰ কাৰণে তোৰ দণ্ড কিমান হয়।" মই বোলো, "গুৰুঘৰত জগৰ লগাই হাতেলোটে ধৰা পৰিলোঁ। খোঁৰাৰ খোজেপতি অপৰাধ। চায়েই দিয়ক দণ্ডটো কিমান কি হয়।" ইফালে হাজিৰা কাম কৰা মানুহবিলাক আহি পালেহিয়েই—কেউফালে বেঢ়িকুৰি আছে। শ্ৰীচৰণে আহি আকৌ বৰপীৰাত বহিল। হাতত ঘুৰঘুৰীৰ নলিচা-ডাল লৈ চুৰ্তি উলিয়ালে। ময়ো খালৈটো থৈ মাটিতে ফু এটা মাৰি বহিলোঁ। পৰ্ভুৰ বাৰীৰপৰাই মনে মনে বুটলি অনা তলসৰা তামোল এটা আৰু পকা পাণ দুখিলা পৰ্ভুৰ আগত শোভা কৰি থকা ৰঙা কাঠৰ শৰাইতে থলোঁ। সেইফালে পেন্দোৱা-পেন্দুৰিকৈ চাই শ্ৰীচৰণে "কলিকালত এতিয়া পৰাশৰ মতেহে হব" বুলি চুৰতিৰ পাত খিলাখিলে লুটিয়াই এঠাইত অলপপৰ তভক মাৰি থাকি কলে, "পৰচাপহাৰীৰ দণ্ড পাঁচধেনু অৰ্থাৎ পাঁচজনী খীৰতি গাই দান দিব লাগে। অন্যথা তাৰ ধেনুমূল্য অৰ্থাৎ গৰুজনীয়ে পতি এসিকিকৈ পাঁচসিকি দণ্ড।" মই ভাবিলোঁ বোলো শাস্ত্ৰই কোৱামতে এসিকিত এজনীকৈ গৰু পোৱা হলে বৰগুৱালে দুসেৰ গাখীৰ বেচি এজনীকৈ গৰু ললেহেঁতেন। পাঁচসিকি দণ্ড দিলেই ভাল আছিল, পিচে মোৰ হাতত পাঁচোটা ফুটাকড়িও নাই। মনতে বুধি এটা পাঙি অধিকাৰক বোলো, "পৰ্ভুৰ কথা শিলৰ ৰেখা। পিচে ঈচৰৰ বাৰীৰ পুখুৰীৰ এখালৈ মাছ মই পাঁচোটা সিকি দিলেই লৈ যাব

পাৰিমনে ? ঈচৰে বোলে, "হয়। তই মাছখিনি লৈ যাব পাৰিবি।" মই বোলো, "পৰ্ভুৱে যদি পাঁচসিকি লৈ মোক মাছখিনি দি দিয়ে, ৰাইজে ৰটিব বোলে পাঁচসিকি দৰত অধিকাৰ পৰ্ভুৱে বেঙক এখালৈ পুঠীমাছ বেচিলে। মাছৰ হাটৰ বিষয়াৰ ঘৰতো এতখিনি মাছত চৰতীয়া এটাৰ বেছি নলয়। পৰ্ভুক ৰাইজে বিষয়াতকৈও অধইচ বুলি কব দেখোন।"

শ্ৰীচৰণে তেতিয়াহে কথাফাকি টং কৰি চাই বোলে, "তই ঠিকেই কৈছ। আজিকালি মানুহৰ মুখৰ বাচ্বিচাৰ নাই। বাৰু আজিলৈ বা—আগলৈ আৰু এনে কাম নকৰিবি। পিচে মোৰ ছোৱালীজনীৰ বিয়া পাতিছোঁ, খা-খবৰ ৰাখিবি। তহঁতেই হাতে-পাতে লাগি নিদিলে মোৰ গুৰি ধৰোঁতাও নাই।" মই শ্ৰীচৰণত সেৱা এটি জনাই খালৈটো আৰু শৰাইত থোৱা গুৱাপাণ কেইটিও গোটাই মেলি লৈ আহিবলৈ ওলালো। তেৰাসৰৰ বিয়াঘৰ, তামোল-পাণৰ অভাৱ নাই। পিচে এনেতে শ্ৰীচৰণে সোণ-ৰূপৰ মুখেৰে মাত লগালে বোলে, "পকাতেলত মুৰ্মুৰীয়াকৈ ভজা পুঠীমাছ খাবলৈ বৰ সোৱাদ অ' বেং। মাছ চাৰিটামান মোলৈকো থৈ যা।" এইবুলি কৈ লিগিৰা এটা মাটি আনি সেই এখালৈ মাছৰ তিনিভাগ ৰাখিলে। তলিতে দুটামান মোলৈ থৈ জোকাৰি মেলি চাই "তোৰ ভালকৈয়ে এসাজ যাব—মানুহ এটাহে" বুলি পঠিয়াই দিলে। ময়ো পেটে পেটে মাছত মুখ লাগি গোঁসাইৰ উঠিব নোৱাৰাকৈ পেটৰ অসুখ হবলৈ খোবাখুবী দেৱতাক প্ৰাৰ্থনা কৰি শুদা হাতে-মুখে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিলো। খালৈত্ বাকী ৰোৱা মাছকেইটা সোমেচৰৰ ঘৰত "বেমাৰী ল'ৰাটোক খুৱাবি" বুলি দি থৈ আহিলো। মনতে শ্ৰীচৰণৰ নামতে শপত খালো বোলো পৰ্ভুৰ পুখুৰীত আৰু বৰশী নাবাও—লাগিলে ঘৰতে বহি পাচি-খৰাহীকে সাজিম।

সেইদিনা গধূলিতে পিচে অধিকাৰ পৰ্ভুৱে ভকত এজন পঠাই মোক মতাই নি বোলে, "নন্দীৰাম, মই বৰ বিপদ এটাত পৰিলোঁ—



এতিয়া তইহে তৰাব লাগিব।" মই মনতে বোলো এখালৈ পুঠীমাছ খোৱাৰ চোটোকাটো পালা এতিয়া মইহে আহি মুখলগা জাৰিব লগা হ'ল। এই ৰাতিখন বিহলঙনি ক'ৰপৰা আনিম ভাবি-চিন্তি মুখত কলোঁ, "শ্ৰীচৰণে বেকত কৰক, মই বন্দী সাজু।" পৰ্ভুৰ পিচে পেটৰ অসুখৰ কোনো উপসৰ্গই নাই। বোলে, "বগাৰ কাৰ্তিক চাপৰিৰ উত্তৰ পাৰে মাজুলীৰপৰা পাঁচমোন গাখীৰ আনিব লাগে। এই কুৰি পঁচিশ মাইল বাট এমোনকৈ গাখীৰ কান্ধত ভাৰসাঙী কৰি আনিব পৰা মানুহ মুঠেই তিনিটা ওলাইছে—বায়নৰ মায়াৰাম, পাচনীৰ নোমল আৰু ভকতৰ গোৰাই। এতিয়া হাতে বাকী ৰল দুমোন গাখীৰ। ইহঁতেও দুবাৰ অহা-যোৱা কৰিব নোৱাৰে। পথৰুৱা নৰানি বাট, পাচৰছোৱা খেৰনি বকৰানি ভৰিয়ে মানুহে কাটি উৰলি উথহি আহিব একেবাৰে। তাৰ পিচত চকুৱে মনে মানে ব্ৰহ্মপুত্ৰৰ ধম্ধমীয়া বালি—এখোজ আগলৈ দিলে দুখোজ পাচলৈ পিছলি যায়। এতিয়া কথা হ'ল, তই যদি মোক এমোন গাখীৰ আনি দিব পাৰ, বাকী এমোনৰ বাবে মই আৰু এটা মানুহ বিচাৰিলেই হব।" চিন্তা-চৰ্চাত পৰ্ভুৰ বিষণ্ণ বদন। মোৰ মনতে বোলো বোপাইৰ দিনৰ গুৰুঘৰ এতিয়া আপদ কালত নিজে মৰি পৰি হলেও তৰাব লাগিব। কলো, "পৰ্ভু ঈচৰ! বন্দী সাজু আছোঁ। কেতিয়া কোন খেণত যাব লাগিব আজ্ঞা কৰিলেই হ'ল।" ঈচৰৰ সোণ-ৰূপৰ মুখত হাঁহি বিৰিঙিল। বোলে, "বেং তইহে ঠিক মানুহ, মোক বৰ বচালি। তই যিহে আধা পাগল মোৰ ভয়েই লাগি আছিল।" মই বোলো, "শ্ৰীচৰণে এতিয়া বেংবেঙাব নেলাগে, জিৰাওকগৈ যাওক। মই কথা দিছোঁ যেতিয়া যাম—সেই গতিকে চিন্তা নকৰিব।"

পিচে পৰ্ভুৱে আৰু অইন কাকো বন্দৰস্ত কৰিব নোৱাৰিলে। গতিকে আমি চাৰিটাই চাৰিমোন গাখীৰৰ ৰবাদ ললো আৰু বাকী এমোন মিৰি এটাকে ভাৰা কৰি আনিব লাগিব বুলি থিৰাং হ'ল।

কথা ঠিক হ'ল যে আবেলি বেলিকা কার্তিকচাপৰি পাই পাচনী বগাৰ জুপুৰিতে ৰাতিটো কটাম। ধলপুৱাতে ব্ৰহ্মপুত্ৰ পাৰ হৈ গৈ মিৰিগাঁৱৰ পৰা গাখীৰ লৈ আগবেলাতে ঘূৰিম। বিয়াৰ আগদিনা গধূলি গৰখীয়াদ'ল ওলামহি। যেনে কথা তেনে কাম। তিনি সেৰমান কোমল চাউল, তাৰ জোখাৰে ভীমকল আৰু গুড় লৈ আমি জলয়া বিৰিয়া বান্ধি ওলালো; লগতে ডেকা অধিকাৰো মুখপাত্ৰ হৈ ওলাল। বাটতে লথাইৰ কাণত কলে কোমল চাউল এেকোটেপা খাই সাঁজ লাগো লাগোতেই কাৰ্তিকচাপৰি পালোগৈ।

তইঁতেনো ক'ত চাপৰি দেখিছ ছাগৈ। চাপৰিবোৰ নৈয়ে পলস পেলাই কৰে। তাৰে কিছুমানত শাক-পাচলি, মাহ-সৰিয়হৰ খেতি হয়। কিছুমানত আকৌ বছৰৰ পিচত বছৰকৈ শৰণ খেৰ আৰু উলু-বৰতা গজে। বৰতাবোৰ শৰণ খেৰতকৈ শকত আৰু দীঘল। পিচে ঘৰৰ চালত লগালে সোনকালে পচে। ব্ৰহ্মপুত্ৰৰ দাঁতিয়ে কাষৰে এনেকুৱা ঢেৰ চাপৰি আছে—তাতে গৰু-ম'হৰ খুটিও ৰাখে। এইকালৰ গাঁৱৰ চাপৰিয়ালবোৰে তাতে বৰতা খেৰ আৰু বিজুলী বাঁহেৰে জুপুৰি এটি সাজি কোনোমতে এসাজ খাই দিন কটায়—থিতাপি ঘৰদুৱাৰ নেসাজে। বোলে ৰবাৰ ঘৰত তৰাৰ গাঁঠি, ৰবানো থাকিব কেই ৰাতি? এনেকৈ কেইমাহমান থাকি চাপৰিয়ালে তাতে খেৰ কাটে, খেতি-বাতিও কৰে। পিচত ব্ৰহ্মপুত্ৰত পানী উঠি এবেগেত থাগৰি বুৰালে খেৰ-বাৰী গৰু-ম'হ চপাই গোটাই লৈ গাঁৱৰ ঘৰলৈ আহে। আমাৰ এইকালে ঘাঁহ-পানীৰ অভাৱ পৰিলেও গৰু-ম'হবোৰ চাপৰিত খুটিপাতি কেইমাহমান থয়গৈ।

কার্তিক চাপৰিত পাচনী বগাৰ প্ৰকাণ্ড এডৰা খেৰনি আছিল। তাৰ মাজতে দুনলমান ঠাই চাফা কৰি লৈ জুপুৰি এটা সাজি বগা বছেৰেকত ছমাহমান তাতে থাকে গৰু-ম'হো লগতে থাকে—মুকলিতে খুটি মাৰি বান্ধি থয়। চৌখুটি মাৰি গধূলি চাউল এমুঠি সিজাই মাৰভাত কৰি খায়। কেতিয়াবা লোণ-আদাৰে বোকাচাউল খায়। হৰদীয়া হুটা কোমল চাউল তেনেকৈ চোবাই খাবলৈ ভাল—মাথোন দাঁতকেইটাত জোৰ থাকিব লাগে। কেতিয়াবা ওচৰৰ সুঁতিত বৰশী পেলাই থলে মাছ-পুঠী এটাও পায়। দিনটো কাম কৰে। খেৰো কাটে। খেৰ কাটোতে আকৌ কাঠৰ খৰমৰ নিচিনা কান্দতি সাজি ভৰিত পিন্ধি লব লাগে। নহলে খেৰৰ মুঢ়াই ভৰি কাটি থকাসৰকা কৰে। খেৰবোৰ মুঠি মুঠিকৈ কাটি বান্ধি পেলাই থৈ যায়। পিচত এজনে সেইবোৰ শ-শকৈ লয়হি। দীঘল খেৰৰ মুঠি লাহী কৰে। চুটি খেৰৰ মুঠি শকত। পিচে খেৰকটীয়াৰ হাত অনুসৰি খেৰৰ মুঠিও সৰু ডাঙৰ হয় দেই।

বগাৰ জুপুৰি পাই দেখিলো জুই পুৱাই আছে—শুকান কাঠৰ মুঢ়াৰ জুই। তাৰ পোহৰতে ভাতপানী ৰান্ধে। কেতিয়াবা নামঘোষা এক আইধা পঢ়িবৰ মন গলে শুকান নাহৰগুটিৰ সাহ জ্বলাই লয়। নাহৰগুটি জ্বলাবলৈ বৰ ভাল। ছাতি দণ্ডিৰ শলাত খুচি জ্বলালে বহুত সময় থাকে। আগেয়ে কেৰাচিন তেলৰ সিমান ওৱাদানি নাছিল নহয়—চাপৰিত আকৌ সৰিয়হৰ তেলৰো অভাৱ। ওচৰে-পাজৰে দোকান-পোহাৰ নাই—বস্তু এটা লাগ বুলিলেইনো ক'ৰপৰা পোৱা?

সাজ লাগোতেই আমি গৈ সোমালোগৈ। ডেকা অধিকাৰক বগাই খেৰৰ ওপৰতে গামোচা এখন পাৰি বহুৱালে। আমি পালি-পহৰীয়াবোৰ জুইৰ চাৰিওকাষে খেৰৰ মুঠা পাৰি বহিলো। চাপৰিৰ বহাবোৰত বেৰ নাই মাথোন দুই মুধচত দুখন চাপলিকা। বাকী মুধচ খুটা দি মাটিৰপৰা মুধচলৈকে ৰুৱা আৰু দীঘে দীঘে পাৰলি দি দীঘল বৰতাৰে চাই থোৱা—ঘৰটোৰ দুয়োফালে চাল দুখন চলি আহি মাটিত লাগি থকাকৈ। তেনেকুৱা ঢলা চালতে এডোখৰ কাটি কামী বান্ধি বৰতাৰে চাই থোৱা—সেইখনেই দুৱাৰ, এৰি দিলে নিজে নিজে বন্ধ হৈ যায়।

ডেকা ঈচৰে বগাক সকলো খা-খবৰ সুধিলে। চাপৰিৰ অৱস্থা

ভালেই। থেৰ কটা প্ৰায় হৈছে। শাক-পাচলিও হৈছে। মাথোন মাহনিত চৰাই পৰে আৰু ফুলকবিডৰা মলুৱা বান্দৰ এজাকে আধাথিনীয়া কৰিলে। তাৰ উপৰিও যোৱা কেইদিনমান বনৰজা ওলাইছে। বগাৰ খুটিৰপৰা নকৈ জগা গাই এজনী পোৱালিৰে সৈতে নিলে আগদিনা ৰাতি। সিকালে ভোলাৰ চাপৰিতো ছাগলী এজনী গ'ল। দিনে-পোহৰে দেখা দিয়া নাই। পিচে বৰষুণৰ পিচত জেকা মাটিত ওচৰে পাজৰে খোজ ওলাইছে। ৰাতি বিয়লি ভয় গতিকে ভিতৰত জুইকুৰা জ্বলায়েই থোৱা হয় অনবৰত—বজাবলৈ কেৰাচিন তেলৰ টিন দুটাও আনি থৈছে। তেৰাই এতিয়াও মানুহৰ গাত হাত দিয়া নাই অৱশ্যে। সোৱাদটো আগতে পোৱা নাই হবলা। পিচে দিবলৈ কেতপৰ? বাকী কপাল গতিকে আৰু ভগৱন্ত বস্তুৱে জানে। পিচে সেইজনা ফুৰিলে মই আগতে উমান পাওঁ। গতিকে সময়ত সাৰধান ডাক দিম; আপোনাসবে নডৰাব।

মায়াৰাম আৰু নোমলৰ ভয়টো অলপ প্ৰবল। সিহঁতে গধূলি দ'ল নামঘৰত ডবা বজোৱা শুনিলেও 'ভূইকপ' বুলি চিঞৰে। সিহঁত মাকৰ গাত থাকোঁতেই বোলে বাপেকহঁতে পথাৰৰ মাজত ঢোল শিকিছিলগৈ—সেই কাৰণেহে তেনেকুৱা হ'ল।

আলহী সুধিবলৈ বুলি বগাই চাপৰিৰ পৰা কেঁচা মাটিমাহ আৰু ওচৰৰ মিৰিগাঁৱৰ পৰা ন-চাউল, বৰালি মাছ আৰু লফাশাক আনি থৈছিল। বগাই পিতলৰ টৌটো ভালকৈ মাজি ঘঁহি ধুই বোকামাটি লেপিমেলি দিলে। তাৰ পাচৰ খুটি তিনিটা মাৰি জুই জ্বলাই ডেকা পৰভুৱে চাউল মুঠি সিজালে। বৰালি মাছ ভাপত দিলে। আমিও মাটিৰ চৰু এটাত কেঁচা মাটিমাহ সিজালো। চাউল সিজোৱা আৰু মাছবন্ধা চুৱা হয়। সেই গতিকে তেৰাই নিজে কৰিলে—আমাৰ হাতে নচলে। লফা শাকবোৰ চাউল সিজোৱাৰ লগতে দিলে হব পায় পিচত চাউলমুঠি কিবা টেঙেচি টেঙেচি



লাগিল। ফিচাৰ ফালৰ একণ একণ মাছ আমাৰ পাঁচটাৰ পাতত দি বাকী গোটেই বৰালি মাছটো ভাতৰ মাজতে লৈ ডেকা পৰভুৱে অকলে গং লগালে। গোঁসায়ে খাই থাকোঁতে গোৰায়ে কেৰাহি কেৰাহিকৈ সেইফালে চাই বোলে, "পৰভুৰ ভাগত মাছ তেনেই তাকৰীয়া হ'ল যেন পাওঁ। পৰ্‌ভুৱে বোলে, "হব, হব। ঈচৰৰ কৃপাত ভাইগত যি মিলে। মাছতাছনো কি আমি তেৰাৰ প্ৰসাদ বুলিহে অকণমান লওঁ। ভাল বস্তুৰ অকণমানেই ঢেৰ।"

খেৰৰ মুঠিবোৰ মজিয়াত পাৰি লৈ আমি শোৱাৰ যোগাৰ কৰিলো। গোৰায়ে বোলে, "চুৱাইনিকাই এইখনত এতিয়া পৰ্‌ভু শোৱে কেনেকৈ? বাহিৰৰ পৰা আনি পানী এছাটিকে মাৰি লক।" বাহিৰলৈ ওলোৱাৰ ভয়তে নেকি ডেকা পৰ্‌ভুৱে বোলে, "থক থক বিদেশে নিয়ম নাস্তি। খেৰৰ ওপৰতে ধুতি চুৰিয়া পাৰি গাত চাদৰ লৈ আমি দীঘল দিলো। ডেকা পৰ্‌ভুক একাষৰীয়াকৈ অলপ দূৰত অকণমান ওখকৈ খেৰ পাৰি শইবা কৰি দিয়া হ'ল—তাতে তেৰাই 'পদ্মনাভ' 'পদ্মনাভ' বুলি বাগৰ ললে। পদ্মনাভ মানে শোওঁতে মতা ঈচৰৰ নাম। ৰাতি এপৰ যাওঁতে নৌযাওঁতেই বগাই নোমলে নাকৰ ঘোৰ্‌ঘোৰণিত ৰেলগাড়ী চলাবলৈ ধৰিলে। মায়াৰামৰ নাকৰ মাতটো আকো বৈ বৈ মৰা জাহাজৰ উকিটোৰ নিচিনা। এইখন ৰৌজাল বৌজালত মোৰ টোপনিয়েই নহা হ'ল। ডেকা ঈচৰেও ইকাটি সিকাটি কৰি থকাৰ উমান পাইছিলো। তেৰাক বোন্দামহেও দংশিছিল হব পায়।

চিলমিলকৈ টোপনি আহিছে অৰ্থাৎ মই ছালছিগাই চকী এখনত ভৰি দুটা তুলি বোলে বেটীজনীক ধঁপাত এচিলিম লগাই আনিবলৈ অৰ্ডাৰটো দিছো, ৰাতিও দুপৰমান হৈছে, এনেতে ডেকা প্ৰভুৰ কাতৰ বচন যেন শুনি কাণ থিয় হ'ল—"বেং—অ' বোপাই, হেৰ' বেং অ!" মই টোপনি জালতে বোলো, বেংবেঙাইছে কিয়? মই ধঁপাত চিলিম হুপি লওঁ, আপনি শুই থক।" প্ৰভু অকণমান সময় নিতাল

মাৰি ৰ'ল। মলমলীয়া ধঁপাতৰ গোন্ধটো উৰি আহিছে, চকীখন সিংহাসন হৈছে আৰু, আকৌ পৰ্‌ভুৰ মাত—"বেং—হেৰ' বোপাই বেং" এইবাৰ কাকুতি "পাৰে পৰি হৰি" যেন শুনিলো। নেওচাকেওচা দি ধঁপাত খাবলৈ এৰি বোলো, "প্ৰভু কি হ'ল কওক।" পৰ্‌ভুৱে বোলে, "বোপাই, মোৰ বাহী ফুৰাৰ ভাব হৈছে।" তেতিয়াহে মই ভালকৈ সাৰ পালো। এহাতে চকুকেইটা মোহাৰি এহাতে মূৰটো খজুৱাই বোলো সৰ্বনাশ! এতিয়া উঠিবহে লাগিল হব পায়! আঘোণমহীয়া ৰাতিৰ জাৰ জাৰ ভাব। চিলমিলিয়া টোপনি। তলত খেৰ। ওপৰত এৰী কাপোৰ। ওচৰতে গোটখৰিৰ দলদলীয়া অঙঠাৰে জুইকুৰাৰ উম। কেৰঘেহাঁই বোলো, "পৰ্‌ভু, আপুনি উঠি যক। বাহীৰ ফুৰি আহকগৈ। কালিলৈ বৰ কষ্টৰ দিনটো আগত আছে নহয়--মই অকণমান শোওঁ; আপোনাৰতো আৰু ভাৰসাঙীৰ বৰাদ নাই!" পৰ্‌ভুৱে ভগা ভগা মাতেৰে বোলে, "এৰা যাব লাগিছিল। পিচে অধনি বগাই কিবাকিবিবোৰ কলে—শুনি পেটে পেটে অলপ শঙ্কা হৈছে।" মই মনতেহে বোলো ভাল আপদে পালে। মুখেৰে বোলো, "পৰ্‌ভু, গোৰাইক মাতক।" বাকী কেইজন টোপনিতে জগাকাঠ হেন যদিও শহাকণীয়া গোৰায়ে ইতিমধ্যে সাৰ পাইছিল। মাত লগালে বোলে, "মই উঠিব নোৱাৰো। কেউফালে এন্ধাৰ। গৰুৰে-ছাগলীয়ে বনৰজা ফুৰাৰ কাৰণে বঢ়িয়া সময়। গোন্ধটি পালেই হ'ল। কেউবাৰো ডাক যেন শুনিছো। এতিয়া আৰু মই আহি কাৰ্তিক চাপৰিত আথানিত পৰি মৰিব নোৱাৰো। ঘৰত লৰা-ছোৱালী এপাল থৈ আহিছো। আপুনি ঈচৰক চিন্তি শুই থক পৰভু—ফেঁহুজালি দিবলৈ আৰু বেছিপৰ নাই।" গোৰাইৰ সাহপিত এনেয়ে কম তাতে বৰালি মাছৰ খংটোও যোৱা নাই যেন লাগিল। নহলেনো আঘোণমহীয়া ৰাতি, এপৰ যোৱাই নাই, সি ফেঁহুজালিৰ কথা কয়নে?

গল কথা গুচিল। লেঠা মৰিল। 'উস আস' কৰি ডেকা-



প্ৰভুৱে বাগৰ এটি মাৰি আকৌ শুলে। ময়ো সপোনতে ধঁপাত হুপিবলৈ এৰি হেলো-হেচো ৰেলকুম্পানীত উঠিবলৈ ধৰিলো। টোপনি জালতে কিমান সময় গ'ল তৎ ধৰিব নোৱাৰিলো। পিচে এবাৰ হঠাৎ দেখিলো মই উঠা ডবাটোতে সৰগ পৰাৰ দৰে গুৰুম্-গুৰুম্‌কৈ কিবা পৰিল। বোমাইনে বাৰুদেই···মানুহ-দুনুহ ছিটিকি উফৰি গ'ল। মই চকমক খাই সাৰ পালো। জুইকুঁৰাৰ ঢকাচমকা পোহৰত দেখিলো বগা নোমল আৰু মায়াৰামে চকু কাণ মুদি ধুমাধুম কেৰাচিন তেলৰ টিন কোবাইছে আৰু মাজতে গোৰায়ে বহি তাহানিৰ নিমাই সন্যাস যাত্ৰা পাৰ্টিৰ বৰগায়েনটোৰ দৰে দুইহাতে চকু ঢাকি ৰাউচি জুৰি চিঞৰিছে···"বনৰজা ঔ! দিন দুপৰতে ধৰি খালে ঔ! মৰিবৰ কালত মই কাকো নেদেখিলো ঔ! জীয়ন্তে যম ঐ! অ' বগাকাই বৰতাৰ চাল বখলিয়াই পেলালে ঔ! এই আথানিত প্ৰাণে মাৰিলে···মই এতিয়া কি কৰো ঐ!" ইফালে মোৰ মূৰৰ ওপৰতে পৰা কিবা এটাই বৰতাৰ চাল ফালো হেন কৰিছে। বুজিলো বাঘ। গৰু-ছাগলী খাই খাই তেৰাৰ আমুৱালে ছাগৈ। এইবাৰ মানুহৰ ফালে চকু পৰিল। তেৰাই দিনবাৰ চাই গমগতি লৈ বুজিহে ওলাইছেহি। আজি গতিক বিষম।

পিচে ডেকা পৰ্‌ভুৱে দেখোন সাৰ পোৱা নাই। মাতবোল নাই। হাত-ভৰি এটাও লৰোৱা নাই। নে ভয়তে তাপ মাৰিলে! কিজানিবা মূচকচেই গ'ল! ভালকৈ চাই দেখো শইযা উদং। এৰী কাপোৰ নাই। তলত পৰা ধুতীখন খেৰৰ ওপৰতে পৰি আছে। চিঞৰ এটা মাৰি গোৰাইক কলো, "ডেকা পৰ্‌ভু নাই দেখোন।" "তেনেহলে তেৰাকো নিলে ঐ!" এইবাৰ গোৰাইৰ ৰাউচি বেছি হল, "কি ফুটাকপাল লৈ এইখনলৈ আহিছিলো ঐ! কাৰ মুখ দেখি ওলালো।" ঠিক মোৰ মূৰৰ ওপৰতে বৰতাৰ চালত এনেকুৱা সময়তে ফুটা এটা ওলাইছে। ওপৰলৈ চাই একো নেদেখিলো। এন্ধাৰ। পিচে নেঠাই নেঠাই কোনোমতে ওলোৱা মাত এটা যেন

শুনিলো…"অ' বেং, বেং অ'! মোক ভিতৰলৈ নেহঁক বোপাই! নহলে ইয়াতে বনৰজাই হেঁচা মাৰি ধৰিব এতিয়া।"

বগা, নোমল আৰু মায়াৰামৰ টিন বজোৱা হাতত ধৰি থমালো। নহলে যিহে হুৰ্ডুগোল কাৰো মাত কোনেও নুশুনে। চালত ফুটা এটা কৰি গোঁসাইক কেউটাই ধৰি মেলি তললৈ নমাই অনাৰ পিচতহে উৰহী গছৰ ওৰটো ওলাল। ৰাতি দুপৰত বোলে ৰব নোৱাৰি পৰভু অকলে বাহিৰ ফুৰিবলৈ ওলাল—বেছ কিছু সময়ো ললে ছাগৈ! উভতি আহি তেৰাই এন্ধাৰত দুৱাৰ বিচাৰি নেপাই খেপিয়াবলৈ ধৰিলে। খেৰৰ গুৰি তললৈ সৰিল। বগা সাৱধানী মানুহ—চকমক থাই সাৰ পাই দেখিলে ওপৰত কিহবাই থৰ্‌থৰাইছে —নোমলক চিকুট এটা মাৰি বোলে 'বনৰজা'। মায়াৰামো উঠিল। তিনিও টিন বজাবলৈ ধৰিলে। গোৰায়ে সাৰ পাই হিয়া-মূৰ ভুকুৱাই ৰাউচি ধৰিলে। ইফালে বাহিৰত পৰ্‌ভু অকলশৰীয়া। মনতে ভাবিলে বোলে "ইহঁতে বাঘৰ কিবা গোন্ধ ভাপ পাইছে" এতেকে থৰথেদাকৈ দুৱাৰ বিচাৰি বৰতাৰ চালত জপটিয়াবলৈ ধৰিলে। ভিতৰৰ ৰাইজে ভাবিলে—বাঘ সোমায়েই এতিয়া। পৰভুৱে পেট পেলাই বৰতাৰ চালেৰে বগাই আহি মুধচ পালেহি—কানি-কাচুটি তাতে এৰিলে। মনে মনে গুণগুণাই এৰাৰ দুৱাৰ মাত দিছিল হবলা পিচে ভিতৰত টিন বজোৱাৰ যিহে জয়ধ্বনীৰা শব্দ হৈছে, ডাঙৰকৈ মাত মাতিবলৈকো ভয়। তেৰা বাহিৰত।। কিজানিবা বনৰজাই "হাতৰটো পাইছো বাটৰটো নেল্যাগে" বুলি ঠাইতে গৎ লগাই থয়। এইথনেই ৰহইচ্ হ'ল।

পিচদিনা পুৱা ডেকা পৰ্‌ভুৰ তিৰ্কপে জ্বৰ উঠিল। আমি চাৰিটাই ৰৰসুঁতি পাৰ হৈ মিৰি গাওঁ পালোগৈ। মিৰিয়ে কলহ দিলে দহোটা। গাইপতি দুটাকৈ আঠোটা জলয়া ভাৰত ললো।, মোৰ পিচে ভাৰথন পাতল হেন লাগিল। মিৰিক বোলে "বোপাই গাখীৰকণ কেনে? মিৰিয়ে বোলে, "একেবাৰে চাব্। নতুন ম'হৰ গাখীৰ আৰু কব লাগিছেনে?" মই বোলো, "চাওঁ ছাতিদণ্ডি এডাল দে।" শলাৰে খুচি চাই দেখোঁ কলহৰ তলিতে অকণমান পানী। মিৰিক কলো, "মই ঈচৰৰ ঘৰৰ বিয়ালৈ পানী ভাৰ বৈ নিনিওঁ। কলহ চাৰিটা ফুটাই দে। পৰীখা কৰি চাওঁ। সি পিচে কলহৰ তলিতে ফুটা একোটা কৰি দিলে। অকণ অকণ পানী আছিল, বৈ গ'ল। কলহো পাতল হ'ল। চাৰিউটা কলহ, লেখৰ দুমোন গাখীৰ জলয়াত ভৰাই বিৰিয়াৰে কান্ধত ভাৰ কৰি সেইদিনা ৰাতিয়েই পৰ্‌ভুৰ ঘৰত পহুচাই দিলো। বাকী নোমল, মায়াৰাম আৰু গোৰায়ে গাইপতি এমোনকৈ গাখীৰ লৈ জিৰাই শতাই কইনা খোজেৰে আহি আহি বিয়াৰ দিনা ৰাতিপুৱাহে গৱখীয়াদ'ল ওলাইছেহি।

আজিৰপৰা ডেৰকুৰিমান বছৰ আগতে চেহাবসকলৰ দেশত মটৰগাড়ী ওলালত মহাৰাণীয়ে আমাৰ দেশত থকা ইন্তিন্দীং কুম্পানীৰ মালিকসকলক সকিয়াই দিলে বোলে, "ৰাস্তাত চলিব পৰা চাৰিচকীয়া বাহন আমাৰ ইয়াত ওলাইছে। পিচে এইবোৰ ভাল বাটপথতহে চলিব পাৰে। বোকা পানী থকা আৰু ওখোৰামোখোৰা বাটত নোৱাৰে। গতিক বুজি ভাৰত দেশখনৰ বাট-পথবিলাক চকুকাণ দি ভাল কৰিব লাগে যাতে ভাৰত দেশৰ ৰাইজখনে আমাৰ পৰা মটৰগাড়ীবোৰ কিনি নি বাটে-পথে ধূলি উৰাই চলাই ফুৰিব পাৰে আৰু ৰপ্তানী ব্যৱসায়ৰ পৰা আমাৰো দুপইচা লাভ হয়।" নহলে বিলাত দেশত বছৰে বছৰে যিমানহে মটৰগাড়ী সাজি উলিয়ায়, সেইসোপা সেই বুটমাহটো হেন দেশখনত চলাবনো কোনে বা বেচিবনো কাক?

তাকে শুনি কুম্পানীয়ে যেনিবা আমাৰ বাট-পথবিলাক ভাল কৰিলে। গড়কাপ্তানীয়ে বডিয়াবোৰ ৰাজবাট কৰিলে, বাঁহতলত আঠুৱনীয়া পানীৰ বালিবাটবোৰ মুকলিশাকলি আহল বহল ৰাস্তা

হ'ল। নগৰত ক'লা ক'লা মাটিতেল আৰু শিলগুটিৰে কৰা মিহি পকীবাট হ'ল। গাঁৱত ওখ আৰু শুকানকৈ মাটিৰে বন্ধা বাটবোৰেও দুই-চাৰিটি শিলগুটিৰ মুখ দেখিলে। খুটীয়াপোতাৰ বজিয়াইদি আগেয়ে নাও চলিছিল—এতিয়া ঘোঁৰাৰে যাব পৰা হৈ যেনিবা নাওখেলীয়া প্ৰভু ঈচৰ বটুৱা ঘোঁৰাটোত উঠি ঘনে ঘনে গৈ খুটীয়াপোতাৰ নামঘৰতে বাহৰ পাতি সেইছোৱাৰ শিচ্ পৰ্শিচৰ পৰা ধান-চাউল কৰ-কাটল আদায় কৰাৰ সুবিধাফেৰি কৰি দিলে।

অলপ দিনৰ ভিতৰতে আমাৰ দেশখন মটৰগাড়ীৰে ভৰি পৰিল। খৰালি দিনত গাওঁ চহৰ ধূলিয়ৰী কৰি পেঁট পেঁট হৰণ বজাই মটৰ-গাড়ীবোৰ ভোঁ-ভোঁৱাই চলিবলৈ ধৰিলে ; বাৰিষা আকৌ বাটৰুৱাৰ গালৈ বোকাপানী ছটিয়াই যায়। আমাৰ এই নাওমান যোৰহাটখনতে লেখৰ ছখন মটৰগাড়ী হ'ল। দিপ্তী কমিচন আৰু বৰ বৰ চেহাব-সকলৰ লগতে আমাৰো মূৰ জিলিকা দুই একে মটৰগাড়ী ললে আৰু লেখৰ মানুহৰ শাৰীত উঠিল। পিচে বাটৰুৱা পথৰুৱাক শনিৰ দশাই লম্ভিলে বোপাইহঁত—মটৰ গাড়ীৰ হৰণ শুনিলে বাটৰ মানুহ খিতাতে পলাই পিয়াপি দিয়ে। গোবিন্দ মন্দিৰৰ আগত ফেলেগ তুলি থকা ভলন্টিয়াৰবোৰে পুলিচ দেখিলে পলোৱাদি। খালে-ডোঙে কচুৰনিয়ে গেলেকানিয়ে য'তে পায় ত'তে সোমায় আৰু থৰ্থৰ্ কৰে কঁপি কঁপি ছাতি লাঠি কাববাতিৰ তলত লৈ হাতযোৰ কৰি ৰৈ থাকে ; কেনেবাকৈ যদি মটৰ দেৱতাই কাৰোবাক খুন্দা এটি মাৰি বগৰাই তেওঁৰ গাৰ ওপৰেদি চলি যাবলৈ হ'ল—তেৰাৰ সেইপোনেই দফা ঠাণ্ডা। তেতিয়াৰ দিনৰ ড্ৰাইভাৰবোৰৰ কি ভেম্ যেন স্বৰ্গৰাজ্যৰ পুষ্পক ৰথহে চলাইছে। বাটত মানুহ-গৰু দেখিলে খুন্দিয়াই-বগৰাই থৈ যায়—বৰ চেহাবৰ গাড়ীয়ে কাছাৰীৰ আগত কত মানুহৰ পিঠিয়ে কঁকালে ভঙা নিজ চকুৰে দেখিলো। বাটে-পথে চৰি থকা খাহী, পঠা, হাঁহ, পাৰৰতো শোধেই নাই—খুন্দা এটি মাৰি মাৰিলে, কেঁ-ক কৈ মটৰগাড়ী বল,



ড্ৰাইভাৰটো নামি আহি ছাগলীটো বা হাঁহটো মটৰত তুলি লৈ পত্ৰং—বহু গধূলিকে চেহাবৰ ৰোসাজৰ চিন্তা খতম্।

তেতিয়াৰ দিনত আকৌ মটৰগাড়ীবোৰৰ পাছফালৰ ধোঁৱা ওলোৱা নলীডালে ধপ্ধপ্কৈ উকাহিলৈ হেন শব্দ কৰিছিল—খুন্দা খাই প্ৰাণে মৰাৰ আশঙ্কাত খালে-ডোঙে পানী দৰক্ লৈ থকা অলপধতুৱাসকলৰ কলখোৱা ধাতু সেই শবদ শুনিয়েই ওলাই যাওঁ ওলাই যাওঁকৈ ধপ্ধপাই থাকে। পিচে যাই হওক, মটৰগাড়ীত বোলে উঠিবলৈ বৰ ভাল—লোকে লোকে কোৱা শুনিছোহে নিজে উঠি পোৱা নাই। ভদ্ৰেচৰ হেণ্ডেলমেনে আকৌ কয় বোলে উঠিবলৈ ভাল, খালি ভয় লাগে আৰু হেণ্ডেল মৰাটো বৰ টান কাম। তাৰ পিচে যিহে চিৰিপনি হেন কায় হেণ্ডেলডালত এঠেলা মাৰি বহুত পৰলৈকে সি নিজেহে ঘূৰি থাকে বোলে। উঠিবলৈ পোৱা নাই বুলিও মটৰগাড়ীত হাত দি হলে পাইছো দেই ! এবাৰ জাঁজীৰ কাষত বৰশী বাই থাকোঁতে চেউনি আলিত বেয়া হৈ ৰৈ থকা মটৰগাড়ী এখন অকণমান ঠেলি দিব লাগে বুলি ড্ৰাইভাৰজনে কলেহি। ময়ো মনতে বোলো ভালেই হ'ল আপুৰুগীয়া বস্তু—অন্ততঃ চুই চাবলৈ পাম। গাড়ীৰ চালখনতে 'আলফুলকৈ ধৰি দিলো এঠেলা—উস্ ঠেলিয়েই ভাল লাগে বোপাইহঁত—একে ঠেলাতে যি পিৰ্পিৰকৈ কুৰিহাতমান গ'ল। দেবাই পুৰোহিতে নলিচা লগোৱা গুৰ্গুৰিত ধঁপাত খোৱাদি গুৰ্গুৰ্ কৰে ইংজিংটোৱে শব্দ এটা কৰিলে আৰু লোকৰ মটৰগাড়ী ভোঁ-ভোঁৱাই চলিবলৈ ধৰিলে। মই হেঁচা মৰা ঠাইত অকণমান পোটোকাহে পৰা যেন দেখিলো—কেবাদিনলৈকে মনটো চম্চমাই আছিল। লোকৰ আদৰৰ আলসুৱা বস্তু, পকী ৰাস্তাত চলাফুৰা কৰে, আমাৰ খৰ্টা হাতৰ ঠেলা সহে কেনেকৈ ! পিচে বোপাই, এই কেইবছৰতে মটৰ গাড়ীবোৰে আমাৰ দেশৰ ডা-ডাঙৰীয়াসকলক ঘৰে-ঘৰোৱাহে কিনি পেলালে। মটৰগাড়ীখন নহলে লৰালুৰি ঈচ্কুললৈ যাব নোৱাৰা হ'ল, আইসকল ঘৰে ঘৰে ফুৰিবলৈ নোলোৱা

হ'ল, ডাঙৰীয়াসকলে অকিচ নকৰা হ'ল। মটৰত ৰংচঙীয়া উৰ্দি পিন্ধা ড্ৰাইভাৰ বহিল। পাছফালে ডা-ডাঙৰীয়া বহিল। একেদিনাই কোনোবা ধুবুৰী পালেগৈ। পিচে কাপোৰে-কানিয়ে হলে ধুলি-মাকতি এটাও নপৰিল। আমাৰ নিছলা দেশখনে একে ৰাতিৰ ভিতৰতে মোট সলাই চিক্‌চিকিয়া হৈ পৰিল আৰু শোটমোচ থোৱা মোটবোৰ গাঁৱে-ভূঞে পৰি থাকিল।

নাজিৰাৰ ওচৰৰ বামুণপুখুৰী বাগিচাৰ বৰমহৰী দিপ্তী ককাইদেউৰ তাতে মাজে-সময়ে থাকোঁগৈ; পঠাছাগলী মাৰি ভোজভাত খাওঁ। দিনৰ ছোৱাত বিহুবৰৰ কাষতে মৰিদিখৌত বৰশী বাওঁ। চটা চটা কুলাহেন কান্ধুলি মাছে খোটে। বাগিচাৰ বিৰিণাধৰা কুলিয়ে দোলাহেন বৰলৰ বাঁহ পুৰি আনে; তাৰে কাৰৈমাৰী বৰশীত টোপ দিওঁ। একো একোটা ডাঙৰ বৰলৰ বাঁহেৰে কেইবাদিনো বৰশী বাব পাৰি। মাথোন পুৰি লৈ জুহালৰ ওপৰত ওলোমাই থৈ দিব লাগে, নহলে পৰুৱাই খায়। নোপোৱাকৈ কেইবাদিনো থলে বৰলৰ পোকবোৰ পাখি গজি উৰণীয়া হৈ বাঁহৰপৰা ওলাই যায়। কান্ধুলি মাছৰ কাৰণে বৰল টোপ, মেকুৰীৰ কাৰণে ভজামাছৰ দৰে—বৰশী পেলোৱাৰ লগে লগে কেনি টানি নিয়ে গমেই নোপোৱা, মাজতে এবাৰ পুঙাটো উকুলিয়াই দিব বুজিবা মাছ লাগিল। গাৰ জোৰেৰে চিপ্‌ মাৰিবা—কান্ধুলি মাছে পানীত বৰ জোৰ ধৰে। পানীৰপৰা উঠি মাছটো বৰশীৰে সৈতে কৰ্ফাল খাই পৰিবহি ধৰ্-ফৰাই থকা এচকলা ৰূপহে যেন। ধৰিয়েই ভাল লাগে। থালৈত ভৰোৱাৰ পিচতো মাছজনীৰ ছট্‌ছটনি কি চাবা যেন দল্‌দলীয়া আঙঠাত আথৈহে ফুটিছে।

মৰিদিখৌখন বৰ জয়াৰ বিল। অকলে অকলে সেই ছোৱাত ফুৰাচকা কৰিবলৈ ভয়েই লাগে। মই পিচে পাহাৰৰ ওলমি থকা শিল এটাত জুপুকা মাৰি বহি আটাইতকৈ দ ডুবিটোতে কানিমুনি



লগালৈকে বৰশী বাই থাকোঁ। সাজ লগাৰ সময়ত মাছবোৰ থানিলৈ যায়গৈ—বৰশীত মগৰে খোটে। পুঙাটো বুৰাই বুৰাই নিয়ে। চিপ্‌ মাৰিলে বৰশীত জোৰ নপৰে, মাছো নুঠে। এদিন তেনেকৈ মগৰ এটাই গধুলিলৈকে তামাছা কৰি কৰি মোৰ পোৱা বৰলৰ আটকীয়া টোপকেইটা খাই খাই শেষ কৰিলে। ইফালে এন্ধাৰত গাৰ নোম নেদেখা হ'ল। মোৰো উঠিবৰ সময় হৈছে। সেই গতিকে বোলো যাঃ এইটোৱেই শেষ টোপ; বেগত চিপ্‌ নামাৰিছো, কলৈ নিয় নে। পিচে পুঙাটো তললৈ গ'ল যে গলেইহে—বাৰহতীয়া মুগাৰ বটীয়া শেষ হৈ হৈ দাঁড়িত টান পৰিলগৈ। তাৰ পিচত দাঁড়িটো ধেনুভিড়ীয়া হ'লহি।

বৰশী দাঁড়িটো আছিল বোপাই কন্‌কনীয়া গুৰি ভলুকা বাঁহৰ নিমজকৈ গোটাসঁজীয়া চঁচা—বোৱতী পানীত এমাহ গোৰাই থোৱা। আগটো বেকা কৰি আনি গুৰিত লগাই দিবহি পাৰি। নাভাগে। ইফালে মুগাৰ পকোৱা বটীয়াত মই নিজে আঁটি বন্ধা কান্ধুলি মাছৰ বৰশী। গতিকে মোৰ চিন্তা কৰিবলৈ কি আছে—তেহেলৈ যিয়েই নোখোটক। "ৰাম বিষ্টু" বুলি দুয়োহাতেৰে ধৰি গাৰ জোৰেৰে চিপ্‌ মাৰি দিলো।

বৰশী কিহে গিলিছিল ধৰিব নোৱাৰিলো। কিবা ডাঙৰ মাছেই হব—বৰ জোৰ ধৰিছিল। যিমান পাৰো জোৰেৰে টানিলো; পিচে বৰশীটো তুলিব নোৱাৰিলোৱেই মোক মানুহটোকে মৰিদিখৌৰ ডুবিলৈ টানি নিয়া যেনহে লাগিল। অইন এটা শিলৰ কেঁকুৰিত খোপনি লৈ কোনোমতে ৰলো। এইখন হেলোঁহেচোঁ টনা আজোৰাত মোৰ সেইহেন বৰশী দাড়িটো মেটেৰকৈ মাজতে ভাগি থাকিল। আৰু মোৰ লেখত লবলগীয়া বৰশী এটা বাৰহাত ঘৰত পকোৱা মুগাৰ বটীয়াৰে সৈতে মৰিদিখৌৰ বুকুত সোমাল। ডুবিৰ মাজত বৰ পকনীয়া পৰিল—বৰশীয়ে বটীয়াই থিতাতে নোহোৱা হ'ল। ইতিমধ্যে এন্ধাৰ পৰি আহিছে। হাতত বৰশী দাঁড়িৰ গুৰিটো লৈ তাতে আকাশ-

পাতাল গুনি অকণমান বহিলো। বুকুখনো ধপ্‌ধপাই আছিল। অলপ সময় ইফালে সিফালে চাই একো তকিব নোৱাৰি মনৰ লাজ দুখ মনতে লৈ 'কালিলৈ দেখা যাব' বুলি ঘূৰি আহি ঘৰ পালোহি।

আহি দেখো দিপ্তী বৰমহৰীৰ ঘৰত প্ৰকাণ্ড ভোজৰ কাৰবাৰ। পূৰ্ণ কেৰেণীয়ে পাছফালে বোকাৰে লেও দিয়া প্ৰকাণ্ড পিতলৰ জকা এটাত এজকা মাংস ৰান্ধিছে—গোন্ধে চৌদিশ আমোলমোলাই আছে। দেখিয়েই বুজিলো আজি বৰমহৰীৰ আঠাইশ সেৰীয়া পথৰা খাচিটোক গৎ লগোৱা হ'ল।

বৰ বঢ়িয়া ভোজভাত হৈছিল বোপাইহঁত। লেথৰ একুৰি মানুহে উবৰিগুবৰিকৈ খালে। মইহে বৰশীটোৰ চিন্তাতে ৰং-ৰহইচত বৰকৈ যোগ দিবলৈ নহল। কোনোৰকম নাকে কাণে এটেপা খাই শুই পৰিলো।

পিছদিনা কাউৰী কুকুৰা মাটিত নৌপৰোতেই গৈ মৰিদিথৌৰ ঘাট পালোগৈ। বৰশীদাঁড়িৰ আগটোৰ চিনচাবেই নাই। গোটেই মৰি-দিথৌখন শান্ত—যেন একো হোৱাই নাই। চকচেলেকা বোন্দামুখীয়া শিয়ালকেইটামানে মোক দেখি পুলুকাপুলুকি কৰি পাছঠেঙৰ মাজত নেগুৰ সুমাই পলাল। ইফালে সিফালে চাই সোঁহাতে অলপ বামৰ ফালে বিহমেটেকাৰ বেঙুনীয়া ফুলবোৰৰ মাজত শুকান বাঁহৰ লেকেচি এডালৰ দৰে দেখিলো—কোনো ৰকমহে মণিব পাৰি। ওচৰলৈ গৈ চাওঁ—হয়, মোৰ বৰশীটোৱেই সঁচা। মনটো ভাল লাগি গ'ল। মুঠেই একাঠুমান পানী; কাচুটিখন আঠুৰ ওপৰলৈকে কোচাই লৈ নামি গলো। বেছি টনা-আজোৰা কৰিবলৈ নহল—কিজানিবা কিবা ডাঙৰ মাছতাছে বৰশীটো গিলি লাগিয়েই আছে। পানীৰ মাজলৈ হাত সুমাই খেপিয়াই বটীয়াডাল বিচাৰি পাই টানিলো। বৰশীটো তলত কৰবাৰ গছৰ মুঢ়াত লাগি থকা যেন লাগিল—টানি-আঁজুৰি লৰাবই নোৱাৰিলো। কিহতনো লাগি আছে চাবলৈ বুলি তললৈ হাত সুমাই দি গম পালো এমুঠনমান বোকাৰ তলত পোতগৈ থকা প্ৰকাণ্ড লোহাৰ শিকলি এডাল। মোৰ মুঠিৰে এমুঠিমান শকত হব। তাৰে বেছিভাগ মাটিত পোত গৈ আছে। দুই হাতেৰে আজুৰি কচালি কচালিও শিকলিডাল এচুলিমানো লৰাব নোৱাৰিলো। মিছাকৈয়ে এবেলা বেলি সময় নষ্ট কৰি অকল বৰশীয়ে বটীয়াই লৈ দুপৰীয়া আহি ঘৰ পালোহি।

মৰিদিথৌৰ বুকুত এইডাল কি শিকলি, কি কথা এইবোৰ ভাবি-চিন্তি মূৰে-কপালে হাত দি মৌন হৈ বহি আছিলো; দীপ্তি মহৰীয়ে দুপৰীয়া ভাত খাবলৈ আঁহি কথাটো টং কৰিলে। বোলে "বেলেষ্টৰ কি বেপাৰ? আমনজিমনকৈ বহি আছা দেখোন?" মই বোলো, "নকৰ আৰু। কালি মৰিদিথৌৰ দেৱতাই মোৰ লেথৰ বৰশী এটা ডোলে বটীয়াই গ্ৰাস কৰিব খুজিছিল। আজি বিচাৰি গৈ দেখিলো বামতে পৰি আছে। একাঠু পানীৰ মেটেকানিৰ মাজত নামি গৈ উলিয়াই আনিলোগৈ। পিচে কেঁচু থান্দোতে কিবা সাপহে ওলাল। মেটেকানিৰ তলৰ মৰিদিথৌৰ পলসুৱা বোকাত এডাল শিকলি পোত গৈ আছে। দুই হাতে টানিলোহে টানিলো—লৰাবই নোৱাৰিলো। নয়েই নোৱাৰিলো আৰু মন কৰক। পৰি নমস্কাৰ কৰি গুচিহে আহিলো হয়, মনটো কিন্তু তেতিয়াৰে পৰা বিষাই আছে।"

শিকলিৰ কথা শুনি দিপ্তী বৰমহৰী ৰৈ গ'ল। চকু দুটা মেলি অমৰাগুটি হেন কৰি কঁপালৰ সিৰ কোঁচাই কলে, বোলে, "কত বৰশী বাইছিলা দেখুৱাই দিয়াগৈচোন বলা। বিহুবৰৰ সেই লেঙেৰা এচ্‌ফিল চেহাবটোৱে আজি এঘাৰ বছৰ ধৰি এই শিকলিডাল বিচাৰি ত্ৰিভুবন চলাথ কৰিছে।"

বৰমহৰী আৰু নৰলেই। তেতিয়াই ঘোঁৰাত উঠি এচ্‌ফিল চেহাবৰ বঙলালৈ লৰ মাৰিলে। সেইদিনা আবেলিয়েই বিহুবৰ চণ্টক আৰু নাগিনীমৰাৰ তিনিউটা চেহাব গোট খাই কিবা আচল কৰিলে। পিচদিনা ৰাতিপুৱাই মানুহ পঠিয়াই মোক মৰিদিথৌৰ পাৰলৈ মতাই নি চেহাব তিনিটাই শিকলিডাল ক'ত আছে সুধিলে। মই দেখুৱাই

দিয়া ঠাইডোথৰত খুটি পুতি চিন দিলে। তাৰ পিচত বোপাইহঁত, তিনিথন বাগিচাৰ লেথৰ একৈশটা হাতী মাউতে লাংচিঙে মৰিদিথৌৰ পাৰত আনি হাজিৰ। প্ৰকাণ্ড প্ৰকাণ্ড ফঁই বান্ধি শিকলি টানিবলৈ হাতী লগাই দিলে। বাগিচাৰ কুলি-মালী আৰু বাবুসকলৰ ভৰিৰ খোজত মৰিদিথৌৰ পাৰ পেটেকাপেটেক হল। তাতে কিনকিনীয়া বৰষুণ।

একৈশটা হাতীৰ ওপৰত মাউতবোৰ উঠি হাতী চলাই দিলে, পিচে হাতীকেইটা এখোজো নলৰে। মাউতে কুমত লাংচিঙেৰে খোচা ধৰিলে। হাতীবিলাকে ডেডাউৰিত গগন ফালিলে। প্ৰাণ-টাকি টানিলে। শুঁড় দাঙি মুখ মেলি আটাহ পাৰিলে। উস্ কি যে এটা দৃশ্য বোপাইহঁত! ফঁইত টান পৰি ফিট্‌কিটীয়া হ'ল—শিকলি পিচে লৰাবই নোৱাৰিলে। গধূলি বেলিকা শিকলি টনাৰ আশাদশা এৰি সকলো ঘৰাঘৰি গ'ল।

ৰাতি জুহালৰ গুৰিত বহি ধঁপাত হুপি থাকোঁতে দিপ্তী ককাই-দেউক সুধিলো বোলো, "ককাইদেউ কথাটো কি? মৰিদিথৌৰ এই শিকলিডালৰ ৰহস্য বৰ গহীন যেন পাইছো। শিকলিৰ কথানো চেহাবে জানিলে কেনেকৈ আৰু কোনোবা যুগৰ পৰা পৰি থকা মামৰে ধৰা এই শিকলিডাল তুলিবলৈ চেহাবেনো ইমান চেষ্টা কৰিছে কিয়?"

দিপ্তী বৰমহৰী তেতিয়াই আদহীয়া মানুহ। চুটি-চাপৰ ক'লাকৈ মানুহজন, দাঁত দুই-এটা সৰিছে। বাগিচাৰ কুলি ঠেঙ্গাই ঠেঙ্গাই চুলিও দুই-এডালে পকিছে। কাণ এখনেৰেও নুশুনে। অকণমান পৰ টলকা মাৰি থাকি কলে বোলে, "বেলেষ্টৰ, কথা বহুত।"

মই কথা শুনিবলৈ সাজু হৈ বেৰতে আওজি বহিলো। বামুণ-পুখুৰী বাগিচাৰ বৰমহৰীৰ ঘৰৰ জুহালৰ গুৰিৰ ঢকাচমকা পোহৰত মূঢ়া এটাত বহি দিপ্তী ককাইদেৱে পুৰণা দিনৰ কথা কলে ধীৰে-সুস্থিৰে এটা এটাকৈ, মাজে মাজে নলিচাডালত একোটা হোপা মাৰি। মই শুনি গলো।



"আজি প্ৰায় বাৰ বছৰমান আগতে এচ্‌ফিল চেহাব প্ৰথম অসমলৈ আহিছিল। দিখৌৰ সিপাৰত ঔগুৰিজান বাগিচাৰ ছোট চেহাব হৈ। তেতিয়াৰ দিনত ডেকা ডঙুৰা চেহাব-চুহুববিলাকৰ আকৌ চিকাৰৰ চখ; চিকাৰ বিচাৰি হাবিয়ে-বননিয়ে অনাই-বনাই ঘূৰি ফুৰা অভ্যাস আছিল। বিহুবৰ বাগিচাৰ চাৰিওফালে তেতিয়া অগাইধনি হাবি; মাত্ৰ লখিমীজানৰ ফালে তিনি মাইলমান দূৰত নগাখেলীয়া বস্তি এটা আছিল। এচ্‌ফিল চেহাবে এদিন চিকাৰ কৰিবলৈ আহি মৰিদিথৌৰ পাৰত পানী খাবলৈ অহা পহু মাৰিবলৈ চোপ্ লৈ আছিল। পুহমহীয়া ৰাতি নগাপাহাৰৰ পৰা জাকে জাকে সুগৰী পহু নামে। মৰিদিথৌৰ বাটত পানী খাই আকৌ পাহাৰলৈ উঠে। পাহাৰত পহু মৰা বৰ টান কাম, হাবি-জংগলৰ মাজেদি গৈ কেনেবাকৈ গুলীটো লাগিলেও পহু কোন টলকত কেনি পলায় তৎ ধৰিবই নোৱাৰি—পিচত বিচাৰি উলিওৱাটো দূৰৰ কথা।

"নগাখেলীয়া বস্তিৰ গাওঁবুঢ়া দুৰ্দম চিকাৰী এশ সাত বছৰীয়া পকাচুলীয়া থুৰথুৰীয়া বুঢ়া—গাত দুটা বলদৰ জোৰ। বন্দুক চলাব নেজানে। লোকে নগা দা আৰু যাঠিৰেই ঢেকীয়া পতীয়া বগৰায়। বোলে দা নাই আছে দাঁত। কি স্বাস্থ্য! কি চেহেৰা! দিনে দুবাৰকৈ লখিমীজানৰ টিঙলৈ উঠা নমা কৰে। খোজকাঢ়ি ত্ৰিশ চল্লিশ মাইল বাট গৈ চিকাৰ কৰেগৈ। এই বাগান কেইখনলৈ নতুনকৈ চেহাব-চুহুবৰ পোৱালি আহিলে চিকাৰৰ লুবি বিচাৰি নগাখেলীয়া গাওঁবুঢ়াৰ কাম নেচাপিলে নহয়—হাবি-জঙ্গলৰ কথা, বাট-পথ হেৰুৱাৰ উপৰিও ক'ৰবাত ভুলতে বাঘ-ঘোঙৰ চোঙত ভৰি দিয়াৰ ভয়। আকৌ ৰাতিবিয়লি গৈ কেনেবাকৈ কোনোবা বিদ্বেষ ভাব থকা হিংসাকুৰীয়া মিতাৰ চাঙত উপস্থিত হলেগৈয়ো খেলা খতম্। গতিক বুজি অন্ততঃ প্ৰথমতে কিছুদিনলৈ নতুনকৈ অহা চেহাব পোৱালিয়ে নগাখেলীয়া গাওঁবুঢ়াৰ চৰণত শৰণ লয়—কৰ-বৰঙণিৰ বাবদ কেতিয়াবা ৰূপ এটকা, কেতিয়াবা চাহপাত এবাকচ, কেতিয়াবা টিন পাত দুচলা

দিয়ে। অৱশ্যে গাওঁবুঢ়াৰ সংসাৰত একোৰে অভাৱ নাই। গতিকে গাওঁবুঢ়া সেইবোৰৰ লোভত নাযায়। নিজে চিকাৰলৈ গৈ ভাল পায় কাৰণেহে যায় আৰু কোনোবাই কিবা বিষয়ত সহায় বিচাৰিলে মুখ হৰিব নোৱাৰে কাৰণে যায়।

"যি নহওক, এচ্‌কিল চেহাবকো নগাখেলীয়া গাওঁবুঢ়ায়েই বাট দেখুৱাই নিছিল। মৰিদিখৌৰ ঘাটত পুহমহীয়া ৰাতি সুগৰী পহুৰ ওৱাদানী বুলি গম পাই চেহাবে তালৈকে যাব খুজিলে। বনৰীয়া হাতী, ম'হ আৰু বাঘ-ভালুকলৈ ভয় নকৰা খামিডাঠ গাওঁবুঢ়াৰ কিন্তু দেও-ভূতলৈ বৰ ভয়। মৰিদিখৌৰ ঘাটৰ কথা শুনি বোলে, "চেহাব নেযাবা। মৰিব খুজিছানে!" চেহাবে বোলে, "চিকাৰ কৰিবলৈ গলে মৰণৰ ভয়টো ডিঙিতে বান্ধি থোৱা থাকে; তাতে এইবোৰ দেও-ভূতৰ ভয়ে তহঁতৰ ইচ্‌কুলত নপঢ়া ভিন্ গাঁৱৰ চাৰিচুক নেদেখা মানুহকহে শুৱায়—বিলাতী চেহাবক নুশুৱায়। এইখন মহাৰাণীৰ কুম্পানীয়ে কেঞ্জা আঙুলিৰ ঠাৰত পিথবীখন চলাই থাইছে—ইয়াত চেহাববোৰে ভয় কৰিবলগীয়া কি থাকিব পাৰে?" গাওঁবুঢ়াই অলপপৰ চেহাবলৈ একেথৰে চাই থাকি বোলে, "চেহাব তুমি হতবুদ্ধি হৈছা—পৰ্‌কিতি লৰিছে যেন পাইছো। মই তোমাক কি ৰখাম—! যাব খুজিছা বলা।"

"তইযে আজি শিকলিডাল দেখুৱালি তাৰপৰা চাৰিনলমান দূৰত যে প্ৰকাণ্ড শিল এটা ওলোমা খাই আছে তাতে চেহাব আৰু গাওঁবুঢ়া ৰাতি ছুপৰত চোপ্‌লৈ বহিলগৈ। সিফালে সুগৰী পহুৰ জাক পানী খাবলৈ হৰ্‌হৰ্ কৰে নামিছে—এনেতে গাওঁবুঢ়াই চেহাবক চিকুট মাৰি বুজালে বোলে, ঘাটৰ কাষতে নাহৰফুটুকীয়েও ডেৰা পাতিছেহি—গুলী নচলাবি। চেহাবে পিচে ছুনলীয়া খঁজা বন্দুকৰ ঘোঁৰা টিপিলেই। ভয় খাই আতুৰত পৰি নাহৰফুটুকীয়ে চেহাবৰ ফালে চোঁচা ললে। গাওঁবুঢ়াৰো যাঠি চলাবলৈ সময় নহল, হাতৰ নগাদাৰেই বাঘৰ ডিঙিতে কোব ধৰিলে। চেহাবৰ কলাফুল এটা একৱাই নিলে।



বাঘৰ তেজেৰে গাওঁবুঢ়াৰ গা তুমুৰলি হ'ল। আইধৰতকৈ বাইধৰহে চাৰ হ'ল বুলি বাঘে মৰিদিখৌৰ বুকুত জাপ মাৰি লুকাল।

চেহাবৰ পোৱালি—তাৰ ভৰি এখন চিৰকালৰ কাৰণে গ'ল—কিন্তু কি চথ্! গাওঁবুঢ়াক বোলে, "বাঘটো কেনি গ'ল উলিয়াওঁ।" গাওঁবুঢ়াই যেনিবা চেহাবক বুজাই বঢ়াই পিঠিত তুলি সাঙীভাৰ কৰি ঘৰলৈ আনিলে। তাতে এবাটি লাওপানী খুৱাই ভৰিত গোন্ধোৱা বন বাতি বান্ধি দি চেহাবক ৰাতিটো বস্তিতে ৰাখিলে।

সেইদিনা ৰাতিয়েই লাওপানীৰ ৰাগীতেই হওক বা চেহাবক সঁজাত নিয়াবলৈকে হওক, বহুতদিনীয়া পুৰণা কথা এটা কলে—তেওঁৰ ককাদেৰেকৰ মুখত শুনা। বোলে, "চেহাব, এইবাৰলৈ প্ৰাণে বাচিলা। পিচে মৰিদিখৌৰ ঘাটত আৰু সুগৰী পহু চিকাৰ কৰিবলৈ নেযাবা—ঠাইডোখৰ জ'য়াৰ।"

চেহাবে সকলো বৃত্তান্ত শুনিব খুজিলত গাওঁবুঢ়াই কলে বোলে, "মৰিদিখৌ বিলখন কেনেকৈ হ'ল শুনা। অতীজতে দিখৌখন বৈছিল এতিয়াৰ মৰিদিখৌ বিলৰ ওপৰেদি। আৰিমত্ত বোলা এজন ৰাজকোঁৱৰ হেনো পিতাকক মাৰি ৰজা হ'ল। ৰজা হৈয়েই পিতৃবধৰ পাপ গুচাবলৈ বুলি তেওঁ বৰ ডাঙৰ সকাম পাতিলে। শই শই বামুণ মাতিলে। দান দক্ষিণা দিবৰ কাৰণে ছুনাও সোণৰূপ মজুত হ'ল। পিচে বামুণসকলে "পিতৃবধীৰ দক্ষিণা নলওঁ" বুলি সকামলৈকে নাহিল। ইয়াতে ৰজাৰ খং উঠি ডেৰকুৰি নকৈ পতা বামুণক ধৰাই আনি বোলে, "মোৰ ইমান আয়োজন পণ্ড কৰিলাহঁক যেতিয়া তোমালোককো শালত দিওঁ। মৰিলে পেৰেত্‌হৈ এই দক্ষিণাবোৰ ৰখি থাকিবা।" বামুণসবে ভয় খাই দক্ষিণা ললে। ছুখন নাৱত সোণে-ৰূপে লৈ বামুণসকল দিখৌৰেদি উজাই ন-পামলৈ আহিল। পিচে এতিয়া যত মৰিদিখৌ বিলখন আছে, সেইখিনি আহি পাওঁতেই পকনীয়া পৰি নাৱে-মানুহে সোপাই দিখৌৰ বুকুত জাহ গ'ল। নাৱৰীয়াও মৰিল, বামুণো মৰিল। ছুখন ভৰা নাও থিয় হৈ তললৈ

সোমাল দিখৌৰে নাৱৰ চাৰিওফালে পকনীয়া পেলাই ডুবি এটা কৰিলে—তাত হাতীয়ে মাউতে তল যায়। পাপৰ ধন নোচোৰে বুলি দিখৌৱেও সেইফালে সোঁত এৰিলে। এতিয়া সেইখনেই মৰিদিখৌ বিল হলগৈ। তাৰ বুকুতে পোত গৈ থকা সেই নাও দুখন আন্ধাৰ ৰাতি সেইফালেদি যোৱা মানুহে এতিয়াও কেতিয়াবা দেখা পায়। ডুবিবৰ সময়ত থিয় হৈ যোৱা নাৱত থকা মানুহৰ মৰ আটাহো শুনে। তাৰ পিচত সকলো নিজম পৰে। নিয়তি আৰু দুহুৰে মাতে, দূৰৰ পাহাৰৰ নামনিত থকা গাওঁবোৰত কুকুৰে ভুকে।

জয়জয়তে বিহুবৰ বাগান খুলিবলৈ আহিল নৰ্টন চেহাব। তেওঁকো এদিন চিকাৰলৈ লৈ যাওঁতে কথাই কথাই ওলাই এই কথাটো কলো। কুম্পানী বাগিচাৰ কথা তল পৰিল। দুনাও সোণ-ৰূপৰ কথা শুনি চেহাবৰ মূৰ ঘূৰাই গ'ল। দেও কালিকাৰ কথাবোৰ পাইপৰ ধোঁৱাৰ দৰে ফুঃ কৰি উৰাই দিলে। মাৰ নাও লৈ নিজে মৰিদিখৌৰ মাজলৈ গৈ বুৰিয়াৰ হতুৱাই নাও দুখনত প্ৰকাণ্ড লোহাৰ শিকলি লগালে। এতিয়াহে ধূলি পৰি দ' হ'ল; তেতিয়া সেইছোৱা সিমান দ নাছিল। কুম্পানীৰ লগত লিখামেলা কৰি কাঠ টানিবলৈ হাতী আৰু মজুৰ লগাই শিকলি টনালে।

এসপ্তাহ ধৰি টনায়ো চেহাবে নাও লৰাব নোৱাৰিলে—হাতী দুটা ফঁই লগোৱা অৱস্থাতে ডেডাউৰি পাৰি মৰিল। এদিন ৰাতি মেমে সপোন দেখিলে বোলে, "নাওটনা বন্ধ নকৰিলে চেহাবৰ অমঙ্গল হব।" লোকে চেহাব মানুহ পৰোৱাই নকৰিলে—দৈনিক নাও টনায়েই থাকিল। পাচে দহদিনৰ দিনা আঁউসী ৰাতি তেজ বতিয়াই মৰিল।

গাওঁবুঢ়াৰ মুখত সকলো কথা শুনাৰ পিচত বাঘে কামোৰা ভৰিটোৰ চিকিৎসাৰ কাৰণে এচফিল চেহাব ছমাহমান নাজিৰাৰ আচাম কুম্পানীৰ আচ্‌পতালত থাকিব লগা হ'ল। তাৰ পিচত ভাল হৈয়েই বিহুবৰ বাগিচাৰ অফিচলৈ গৈ নৰ্টন চেহাবৰ দিনৰ পুৰণা নথি-



পত্ৰ সকলো পঢ়ি চালে। প্ৰথমতে আলেঙে আলেঙে মৰিদিখৌৰ কাণত পাক একোটা মাৰি শিকলিডাল ক'ত আছে তাৰ শুং-সূত্ৰ বিচাৰিলে। তাৰ পিচত মানুহ লগাই বিচৰালে। পিচে বহুতদিন ধৰি বিচাৰিও শিকলি নাপাই চেহাবে এদিন লেঙেৰাই নগাখেলীয়াৰ গাওঁবুঢ়াৰ ঘৰ ওলালহি। গাওঁবুঢ়াই বোলে, "শিকলিডাল মই দেখিছো—ক'ত আছে তোক নকওঁ। মোৰ পোৰ বয়সৰ ল'ৰা—তোৰ অপঘাতত মৰিবৰ দিন হোৱা নাই।" চেহাবে বৰকৈ খট্‌বান্ধ কৰিলত গাওঁবুঢ়াই বোলে, "মোক নধৰিবি। ডেৰকুৰি বামুণৰ পেৰেতে খুলি খুলি খাই আমাৰ দুয়োটাৰে আলুৰে কলাপুলিয়ে তুলিব।"

চেহাবো পিচে এৰা ভকত নহয়। বাগিচাৰ বহুত পতিত মাটি গাওঁবুঢ়াৰ নামত মিয়াদী পট্টা কৰাই দি আৰু টিনপাত আৰু লোহাৰ খুটাৰ লোভ দেখুৱাই চেহাবে এদিন গাওঁবুঢ়াক ৰাজী কৰালে। এশ সাত বছৰীয়া গাওঁবুঢ়াই পিচদিনা ৰাতি পুৱাই চেহাবক ঠাই-ডোখৰ দেখুৱাই দিয়াৰ কথা হ'ল; পিচে ৰাতিটোৱেই হাতীটো; সেইদিনা ৰাতি নুপুৱাল—গাওঁবুঢ়া উশাহ লব নোৱাৰা হৈ ৰাতিয়েই মৰিল। এচফিল চেহাবৰ মনোবাঞ্ছা সিদ্ধি হোৱাৰ একো লেজুৱেই বাকী নাথাকিল।

তাৰ পিচৰ পৰা আজি এঘাৰ বছৰ ধৰি এচফিল চেহাবে নকৰিবলৈ একো বাকী ৰখা নাই। বহুত মানুহ লগাই ঢেৰ অন্ত কৰাইছে; ভূত-পেৰেতৰ নামত বৰকেৰেণীৰ হতুৱাই পুহ্‌কৰৰ দান-দক্ষিণাও দিয়াইছে কিন্তু আজিকোপতি শিকলিৰ হলে শুং-সূত্ৰ পোৱা নাই। কালি তই চেহাবৰ ভালৰ কাৰণেইনে বেয়াৰ কাৰণেই এলাপাকতে শিকলিডাল উলিয়ালিগৈ।"

পিচদিনা এচফিল চেহাবে নাও তুলিবলৈ কপিকল লগালে। বিহুবৰত সেইটো কপিকলেৰে দিখৌৰ ওপৰেদি চাহপাতৰ বৰ বৰ বাকচ ইপাৰ সিপাৰ কৰে। কপিকল লগাই শিকলি টানি থাকোঁতে

ৰৰমহৰীক দেখি চেহাবে হাঁহি হাঁহি কলে—"তহঁতৰ ভূতৰ নাওকেখন যেনেতেনে তুলিবই লাগিব। ধন-সোণ পানীৰ তলত থাকিলে একো কামত নাহে—উলিয়াই আনিলে দেশৰ আৰু ৰাইজৰ উপকাৰত আহিব। পিচে ভূতকেইটা বৰ তক্ৰা যেন পাইছো—কালি ৰাতি ময়ো সপোন দেখিছো বোলে শিকলি টনালে কথা ভাল নহব।"

কপিকলে এমুঠনমান তলৰ শিকলিডাল এবেগেতমান টানি বন্ধ হৈ গ'ল। তাৰ পিচত কপিকল আৰু এৰেকশটা হাতী একেলগে লগাই দিবলৈ চেহাবে অৰ্ডৰ দিলে। শিকলি টান খালে। মৰিদিখৌ বিলৰ মাজত দূৰৰ ডুবিত পকনীয়া পৰিল। ইমানদিনে বৈ থকা মেটেকাবোৰ সোঁতে লৰাবলৈ ধৰিলে। শিকলি মেৰখাই টান হৈছিল। কিছুপৰ টন্‌টনীয়া হৈ ৰল। কপিকলৰ শব্দ আৰু হাতীৰ চিঞৰৰ মাজতে হঠাৎ এটা পাতালফুটা হেন শব্দ কৰি শিকলিডাল ছিগি ধাকিল আৰু হাতীয়ে-কপিকলে কৰ্ফাল খাই ক'ৰবাত উফৰি পৰিলগৈ। কেউফালে বেঢ়িকুৰি থকা ৰাইজে পিয়াপি দি পলাল। কিযে এটা দৃশ্য হৈছিল বোপাইহঁত—হাতীৰ চিঞৰ, মানুহৰ অট্টৰাৱ! উফৰি যোৱা শিকলিয়ে ঘৈয়াই দুটা মজুৰ মাৰিলে, হাতীৰ গছকত এটা। সিহঁতক আচ্‌পতাললৈ নিবলৈকো সময় নাপালে—থানিতে দুয়োটাৰ প্ৰাণবায়ু গ'ল।

সেইদিনা চেহাবে নাগিনীমৰাৰ চেহাবক লগ ধৰি কৈ মেলি আৰু এটা কপিকল বন্দৱস্ত কৰিলে। পাচে সেইদিনাই ৰাতিলৈ এচ্‌কিল চেহাবৰ বৰ বঙলাত জুই লাগিল। চেহাবৰ মেমনী আৰু লৰাটো কোনোৰকম সময়মতে ওলাই বাচিল। লেঙেৰা বৰচেহাবটো আধাপোৰা হৈ বঙলাৰ খটখটিয়েদি নামিব খোজোতেই বাগৰি পৰি মৰিল। নাগিনীমৰা আৰু চণ্টকৰ চেহাব দুটায়ো আৰু চেষ্টা নকৰিলে—আজিকোপতি ছিগা শিকলিডাল টনাবলৈ আৰু কোনো নৰমনিচ ওলোৱা নাই।

মইযে প্ৰায়েই বৰণী বাবলৈ যাওঁ বৰঘূলিমুখৰ বিলখন কেনেকৈ হ'ল জানহক জানো?

বৰভূঁইকপৰ কেইমাহমান পিচতে সিবাৰ বাৰিষা ব্ৰহ্মপুত্ৰৰ বৰভগা ভাগিল—লোকে বোলে অফলা ভগা; ককিলামুখৰ পৰা কেইমাইলমান উজাই যে কিলাকুটি মথাউৰি এটা আছে তাতে। আহাৰ-শাওণমহীয়া দোকোলটকা পানীৰে বৰনৈ ফেনে-ফোটোকাৰে ওফন্দি আহিল—বৰ বৰ গছৰ গুৰি খান্দি উটাই নিলে, গৰাবোৰ হিৰ্‌হিৰ্‌কৈ খহিবলৈ ধৰিলে। সোঁতৰ পূৰ্ণহতীয়া হেঁচাটো পৰিলহি কিলাকুটি মথউৰিত। একেৰাতিৰ ভিতৰতে সাত মাইল খান্দি ক্ৰোধমূৰ্তি ধৰি ব্ৰহ্মপুত্ৰ দেৱতাই লেখৰ এখাৰখন গাওঁ বুকুত সুমালে। পথাৰে-সমাৰে হাতীয়ে-মাউতে তলযোৱা পানী হ'ল। ঘৰৰ মুধচ-বোৰে পানী কাটিবলৈ ধৰিলে। ওচৰ-পাজৰৰ গাঁৱে-ভূঞেও ঠেলানি পানী সোমাল। সেইবাৰতে ব্ৰহ্মপুত্ৰই পুৰণা লখাইৰ যাউতিযুগীয়া সাতহতীয়া পিট্‌টো ঠেলি নি ঘটাকোবোৱাৰ ওচৰত থাপিলেগৈ; তাতে হেঁচাটো লৈ নেঘেৰিটিঙৰ ফালে মু কৰিলে।

গৰু-ম'হ, লাম-লাকটু নিব পৰা য'ত যি আছিল লৈ মথাউৰিৰ দাঁতিৰ এখাৰখন গাঁৱৰ ৰাইজে ৰাতিয়েই অফলা ভগা দিলে। হেজাৰে হেজাৰে ভঁৰালত ধান পচিল; গৰু-গাই যি দুই এটা বানপানীত নোযোৱাকৈ থাকিল, ঘাঁহ-খেৰৰ অভাৱত সিহঁতবো জাপিৰ দৰে জকজকীয়া জঁকা ওলাল। ঘৰ-বাৰী উটি গ'ল। দেখাক দেখি আকৌ আমাৰ ভোগদৈৰো গা উঠিল—নাচিবাগি নাটেশৰীয়ে ব্ৰহ্মপুত্ৰৰ গাতে গা ঘঁহাবলৈ গ'ল। এইদৰে উতৰে দখিণে দুয়ো-কালৰ পৰা ঠেলি আনি ৰাইজৰ নগুৰ-নাগতি কৰিলে। কেউফালে ঘোলাপানীৰ মাজত খোৱাপানীৰ অভাৱ। আহাৰ নাই, লৰা-ছোৱালীবিলাক কুকুৰ-মেকুৰী মৰাদি মৰিল। বয়সীয়াবিলাকে ঘাঁহ, কচু যিহকে তিহকে খাই বেমাৰত পৰিল। চকুৰ মণি গাঁতৰ মাজত মণিব নোৱাৰা হ'লগৈ—হাড়ে-ছালে লাগিল। মৰণৰ লীলাখেলা দেখি

দেখি হাইজা আৰু জহনীলৈকো মানুহে কেবেপকে নকৰা হ'ল। এনেকুৱা সময় এটা আহিল যে মানুহবিলাক ৰাতি ৰাতি সাৰে থাকিবলৈ ললে—অইন কোনোবাই মাৰি কাটি খোৱাৰ ভয়ত।

ব্ৰহ্মপুত্ৰৰ নেওচা আৰু শাওপাত খাই জীয়াই থকা ৰাইজৰ লিখা-পঢ়া জনা এমুঠিমান ডলাৰ বগৰী মানুহে ছিলঙত থকা মহাৰাণীৰ চৰকাৰলৈ সময় বুজি এইবুলি দৰ্খাস্ত কৰিলে বোলে, "বানপানীত ৰাইজৰ বিলাই-বিপত্তিৰ শেষ নাই। বৰনৈয়ে কালনৈ হৈ ৰোৱতী মাটি খাই অন্ত কৰিলে। কেউফালে আকাল আৰু হাঁহাকাৰ। এনে সময়ত চৰকাৰৰ বাহিৰে ৰাইজৰ ভৰসাৰ থল নাই। গতিক বুজি দয়াময় চৰকাৰ বাহাদুৰে এই বছৰলৈ ৰাইজৰ খাজনা মাফ কৰি দি কিতাথ কৰিব লাগে।

দুনলীয়া খঁজা বন্দুকৰ গুলী নসৰকা গঁড়ৰ ছাল পিন্ধা চৰকাৰৰো গা লৰিল। ছিলঙ পাহাৰত মেম্বৰসকল বহি লৈ কথাটো আলোচনা বিলোচনা কৰিলে। খাজনা মাফ দিলে চৰকাৰ নচলে, কাছাৰী, হাকিম, আমোলা, পুলিচ, মিলিটাৰী এইবিলাক বগা হাতী পুহিবলৈ ভাৰে ভাৰে ধন-সোণ ওলাব ক'ৰপৰা? ৰাইজৰ ধন চৰকাৰৰ ৰাজভঁৰালত থাকিব লাগে—ব্ৰহ্মপুত্ৰই উৰি আহি জুৰি বহিলেই হবনে? সেই কাৰণে মিটিঙত ফিনিচ্ মেম্বৰে কলে বোলে গছৰ আগত পানী নিদিয়ে, গুৰিতহে দিয়ে। খাজনা ৰেহাই দিয়াতকৈ বৰভগানো কিয় ভাগিল তাৰহে আঁতিগুৰি মাৰি উৱাদিহ লোৱা প্ৰশস্ত। গড়াকাপ্তানী চাহাব আৰু যোৰহাটৰ পুলিচ চাহাব আৰু দিপ্তী কমিচনক লৈ ছিলঙ পাহাৰৰ পৰা কথাৰ তহকিত্ কৰিবলৈ নামি অহা তিনিজন মেম্বৰে সোণাৰী গাঁৱত চৰণৰ ধূলা দিলেহি। ব্ৰহ্মপুত্ৰৰ পানী পিচে তেতিয়া শুকাইছে—বেমাৰ-আজাৰবোৰহে গাঁৱে গাঁৱে বিয়পিছে। মৰা মানুহবিলাক ব্ৰহ্মপুত্ৰত উটাই দিছে। খৰি দিবলৈ মানুহ নাই। মানুহ মৰাটো কিবা ভাত খোৱা শাক খোৱাৰ লেখীয়া কথা হৈছে। গতিক বিষম বুজি মেম্বৰসকল সোণাৰী গাঁৱত একদণ্ডও নৰল—



যোৰহাট চহৰলৈ আহি দিপ্তী কমিচনৰ বঙলাতে তহকিত্ কৰিলেহি। তাতে দুৰাতি থাকি ৰেপট দি তেৰাসব আকৌ বেগাবেগিকৈ পাহাৰত উঠিলগৈ। বোলে খাই কাৰ্শলা ডালত উঠিল কাঠীচেলেকাৰ মৰণ মিলিল।

ৰেপটত ওলাল বোলে, "বৰভগাৰ কিলাকুটি মথাউৰিৰ পৰা ৰাইজে নামঘৰৰ ভেটি বান্ধিবলৈ কেইবাচামো মাটি খান্দি নিলে; মথাউৰিৰ দাঁতিৰ বাঁহৰ বুকুজবোৰ ৰাতিবিয়লি দুই-চাৰিয়ে খৰি পুৰিবলৈ নি নি শেষ কৰিলে; নৈত পানী আহিলে গঞাৰ লৰা-লুৰিয়ে মথাউৰিৰ ওপৰেদি লোৰ কাটি পানী বগৰাই খেমালি খেলে; বাৰিষা মথাউৰিৰ ওপৰত ৰাইজে গৰু-গাই বান্ধি বোকা কৰে; মথাউৰিৰ দাঁতিৰ মাটিত পাহকাটি গঞা খেতিয়কে ৰোৱতী পথাৰৰ সীমা বঢ়ায়; তাৰপৰা পাচিৰে কঢ়িয়াই বালি আনি আলি-পদূলি আৰু গোহালিৰ ভেটি বান্ধেহি। এইবোৰ কাৰণতে বুঢ়া ব্ৰহ্মপুত্ৰই বৰভগা ভাঙিবলৈ সুবিধা পালে।" গতিকে চৰকাৰৰ হাতলৈ মুখলৈ চাই হা-হুমুনিয়া কাঢ়ি থকা কাঠীচেলেকা ৰাইজৰ চৰকাৰী কৰ মাফ নহল; দুখীয়া নিচলা খেতিয়কৰ যি দুই এবিঘা মিয়াদী পট্টাৰ মাটিবাৰী ব্ৰহ্মপুত্ৰই গ্ৰাস নকৰি এৰি দিছিল সিও হয় মৌজাদাৰৰ কাছাৰীত নীলামত উঠিল নহয় মহাজনৰ ঘৰত বন্ধকত থাকিল। গাঁও-ভুই উজাৰ হোৱাৰ কথা ৰেপটত একো নোলাল।

মেম্বৰসকলে পিচে কেইটামান ডাঙৰ কথা মনেই নকৰিলেইনে গমেই নাপালে, চকুত আঙুলি দি দেখুৱাই দিওঁতাও আমাৰ এই-ছোৱাত নোলাল। এটা ডাঙৰ কথা হৈছে কিলাকুটি মথাউৰিটো বৰ ভুঁইকপত বহি গৈছিল; সেইটো চৰকাৰ বাহাদুৰে সময়মতে মন নকৰিলে। দুটা হাতী জোৰা দি ঢুকি নোপোৱা পৰ্বত হেন মথাউৰিটো বহি গৈ একেৰাতিৰ ভিতৰতে ট্ৰেনীকাইৰ মেমেৰা বলদটোৰ সমান হলহি। তাৰ মাজে মাজে বেঙা মেলি পাৰ হব নোৱাৰা "ফাঁট দিয়া বসুমতী পাতালে লুকাওঁ" বুলি পাতাললৈ

সোমাই যাব পৰা বৰ বৰ ফাঁটল। নৈয়ে ধলৰ পানী এইবোৰেদি সুৰসুৰকৈ সৰকাই দিলে; মথাউৰিৰ ওপৰেদিও সুবিধা বুজি পানী বাগৰিল। লাভৰ ভিতৰত একেদিনাই মথাউৰিৰ চিনচাব নোহোৱা হ'ল আৰু হিমালয় পৰ্বতেও ৰুধি ৰাখিব নোৱাৰা ব্ৰহ্মপুত্ৰ বোপাই হিলদল ভাঙি হো-হোৱাই বৰভেটিৰ কালে থকা আউনিআটী সত্ৰৰ ন-বাহৰৰ কালে পোনাই দিলে।

তাহানি মোৱামৰীয়াৰ দিনতে নাহৰডেকাই হেনো কৈছিল বোলে, "বৰভগাতে নিৰ্মালি দিয়া আলিৰ বৰ মথাউৰিটো ভাগিলে বৰভেটিত বৰঘাট হব, ব্ৰহ্মপুত্ৰই পোনাই গৈ নেঘেৰিটিঙৰ শিৰৰ পদজল লবগৈ। মাজত গাওঁ পথাৰৰ একো চিনচাব নাথাকিব, অথাই পানীৰ সাগৰ হব আৰু ঘাই সুতিৰ উত্তৰ পাৰে মাজুলী শকত হব।" স্বৰ্গদেৱক বিনাযুদ্ধে সংকটত পেলাবলৈ সিহঁতে তেতিয়াই সেইটি কাম কৰিব খুজিছিল—পিচে বৰবৰুৱাই কেনেবাকৈ বুজি পাই মথাউৰিটো ৰখিবলৈ দিলে। ব্ৰহ্মপুত্ৰয়ো নিজৰ জোৰত কিলাকুটি মথাউৰিটো ভাঙি পোন ৰাট লবলৈ ইমানদিনে একো ইচ্ছা কৰা নাছিল; সেইবাৰ ভূঁইকপত সুবিধাটি পালে। লগতে আৰু এটা কথা হ'ল—

লোকে লোকে কোৱা শুনিছো আউনিআটী সত্ৰত বোলে ব্ৰহ্মপুত্ৰৰ সোণৰ মণি এধাৰ আছে—সেই মণিধাৰ সত্ৰই য'তে ৰাখে, ব্ৰহ্মপুত্ৰই সেইকালেই চোঁচা লয়। বৰ ভূঁইকপৰ আগে আগে বৰভেটিত ন-বাহৰ পাতি প্ৰভু ঈচৰে সেই মণিধাৰ নতুন মণিকূটত থাপিছিল। তেতিয়াৰ পৰাই ব্ৰহ্মপুত্ৰৰ চকু সেইফালে—মাথোন সুযোগ সুবিধা মিলা নাছিল। এইটো বৰভেটিয়েই তাহানিৰ মোৱামৰা সত্ৰৰ বৰভেটি—সেই বৰঘূলিৰ অকণমান সিকালেই। সেইবাৰ সোমায়েই ব্ৰহ্মপুত্ৰই বৰঘূলি মুখত থানি হাতীয়ে মাঁউতে তলযোৱা বিল পাতিলে—তাত যিহে মাছ, বৰশী পেলাবই নোৱাৰি! বোপাই সেই একেটা কোবতে ঔৰনাৰ বিল, শালকৰা ডোবা, ঘটাকোবোৱা আৰু ন-লথাইৰ



বিলবোৰ হ'ল। বৰশী বাবলৈ বৰ সুবিধা হ'ল—মাছৰ স্বৰ্গপুৰী। অপাৰ পিতনি, অপাৰ মাছ—বৰশী বাই কি অন্ত কৰিবা?

অ' পিচে চৰকাৰে কি কৰিলে শুন। মেম্বসকলৰ মিটিঙত ঠিৰাং হ'ল বোলে কিলাকুটি মথাউৰিতে ব্ৰহ্মপুত্ৰখন ভেটি দি ৰাইজক ৰক্ষা কৰাহক। অপাৰ পইচা খৰচ হ'ল—ছিগাডোখৰত মাটি আৰু বাঁহ পেলাওঁতে। পিচে ব্ৰহ্মপুত্ৰই সোপাকে উটাই নি মাজুলীত পাতিলেগৈ। খৰালি হলত যেনিবা নিৰ্মালি দিয়া আলিটোকে বৰ মথাউৰি কৰি এইপাৰে কেইবাটাও পালি মথাউৰি কৰিলে। মথাউৰি বান্ধিনো ব্ৰহ্মপুত্ৰক কি বইচ্ কৰিব! কৌশলৰেহে কাম সিজে! তাহানি কলীয়াভোমোৰা বৰফুকনেও দেখোন শিলবাৰীৰ ওচৰত ব্ৰহ্মপুত্ৰত দলং বান্ধিব খুজিছিল—শিল আৰু কাঠৰ খুটা নি থোৱাতে থাকিল—মাটিত পোত গৈ গৈ নাইকিয়া হ'লগৈ—দলং ক'ত হ'ল? ক'তা—এইহেন প্ৰতাপী ইন্তিন্দিং কুম্পানীয়েও দেখোন আজিকোপতি ব্ৰহ্মপুত্ৰত দলং এখন বান্ধিব নোৱাৰিলে।

কিলাকুটি মথাউৰিত তাৰ পিচৰ পৰা বাৰিষা ব্ৰহ্মপুত্ৰই আৰু একো পয়মাল নলগালে দেই—সেইবাৰলৈ ৰ'ল। সকলোৱে ভাবিলে মথাউৰিয়েহে ৰখালে; পিচে আচলতে আউনিআটীয়া প্ৰভুৱে ন-বাহৰৰ সত্ৰ উঠাই মণিধাৰ আকৌ মাজুলীৰ মূলসত্ৰলৈ আনিলে কাৰণেহে দেই! এতিয়া ব্ৰহ্মপুত্ৰই মাজুলীৰ ফালে থান্দিছে আকৌ।

এই মণিধাৰৰ বিষয়ে নানা মুনিৰ নানা মত। কোনোৱে কয় বোলে দামোদৰে মূৰ্তি ভাগৱত দি আউনিআটীয়া সত্ৰ থাপোতে চলাজনা অধিকাৰক এধাৰি সোণৰ মণি দি কলে বোলে, "চাৰিওফালে ব্ৰহ্মপুত্ৰই বেঢ়ি আছে যেতিয়া ভোজভাত কৰভাৰ দি নৈয়ে সৈতে সন্ধি কৰিবহে লাগে—নহলে মূৰ্তি ভাগৱত ৰক্ষা নপৰিব পাৰে।" সেই উদ্দেশ্যে বালিতে বৰভোজ হল আৰু ব্ৰহ্মপুত্ৰৰ নামত মণিধাৰি উছৰ্গা কৰা হ'ল। পিচে ব্ৰহ্মপুত্ৰত উটাই নিদি প্ৰভু ঈচৰে মণিধাৰ

সত্ৰতে ৰাখি থলে। এতিয়া মণি বিচাৰি ব্ৰহ্মপুত্ৰই হাঁহাকাৰ কৰি পাচে পাচে খেদি ফুৰিছে।

কোনো কোনোৱে আকৌ কয় বোলে সেইডাল ব্ৰহ্মপুত্ৰৰ বিয়াত পিন্ধা বৰণৰ মালা—কোনোবা সূত্ৰে অধিকাৰ প্ৰভুৰ হাতত পৰিলহি। কোনোৱে বোলে আকৌ সেইধাৰ মণি ব্ৰহ্মপুত্ৰই মিৰি ছোৱালী এজনীৰ কাৰণে বালিচটত পেলাই থৈ গৈছিল, অধিকাৰ প্ৰভুৱে তৰ্পণ কৰিবলৈ যাওঁতে পাই সামৰি থৈ দিলে। কোনোৰ মতে ব্ৰহ্মপুত্ৰ দেৱতাই বোলে সপোনতে অধিকাৰ প্ৰভুক আদেশিলে বোলে, "এনে এনে ঠাইত সোণৰ মালা এধাৰ আছে—ঠাইডোখৰ মই ঢুকি নোপোৱাত। তাকে আনি মোক দিবহি লাগে।" পৰভুৱে সেই-মতে মালাডাল বিচাৰি আনিলে। পিচে আজি দিম কালি দিম কৰি থাকোঁতে ব্ৰহ্মপুত্ৰক মালাধাৰ দিয়া নহলগৈ। সত্ৰৰ ভঁৰালত থৈ দিয়াৰ পৰাই মালাধাৰ হেৰাল—বহুত বিচাৰি খোচাৰিও কোনো পইধে উলিয়াব পৰা নগ'ল। মালাধাৰি কেনে আছিল, কি কথা কোনেও নাজানিলে। আনকি ডেকা প্ৰভুকো অধিকাৰে এই বিষয়ে ওঁম্ তৎসৎ চকাৰ বকাৰ একো কৈ নগল। গতিকে তেৰাৰ স্বৰ্গপ্ৰয়াণৰ পিচত এইবোৰ কথা তল পৰিল। যথৰো যথ ব্ৰহ্মপুত্ৰই হলে কথাযাৰ পাহৰা নাই দেই।

মণিধাৰৰ বিষয়ে এই সকলোবোৰ চলিত উপাখ্যানতকৈও মনত লগা কথাটো পিচে শুনিলো কাৰ্তিক চাপৰিৰ মিৰিগাঁৱৰ হুকুৰা গামৰ মুখত। জঙ্গলী ভাং এচিলিম হুপি হুপি হুকুৰাই কলে বোলে, "সেইধাৰ আচলতে আহোম ৰজাৰ দিনৰে বেজবৰুৱাৰ ঘৰৰ মণি। বেজবৰুৱাৰ কোনোবা এজনী ছোৱালী তামূলী বৰুৱাৰ ডেকা পুতেকৰ পীৰিতিত পৰিল। তেতিয়াৰ দিনত বিয়াবাৰু আদি সামাজিক কাম সমানে সমানেহে হয়—বোলে হাৰিলে জিকিলে নাই লাজ। গতিকে বেজবৰুৱাই অমত কৰিলে বোলে, "জাতে পাতে নিমিলে—তেতেলীয়ে মাটিমাহে নিসিজে। গোট গিয়াতিয়েনো বুলিব কি। মইতো ৰাইজক আৰু ৰজাঘৰক মুখ দেখুৱাম কেনেকৈ! আকৌ বিয়ৈ-মিতিৰৰ ঘৰত গুৱা এচকলকেনো কেনেকৈ ধৰিবা—নিয়ম-কাৰণ ধুতী-নীতিও বিলগ।" সিফালে তামূলী বৰুৱায়ো বোলে, "মোৰ লৰা জাঁজী নৈত উটি অহা নাই। তালৈ আমাৰ নিজ গিয়াতি কেইঘৰৰে ভাল আইদেউ এগৰাকী ওলাব। মিতিৰ পাতি বেজবৰু-ৱাকনো ডাঙ্কোপ মাৰিবৰ থল এটা কেলৈ দিওঁ; তেৰোঁ ৰজাঘৰৰ নকৰ ময়ো ৰজাঘৰৰ নকৰ। মইনো কিহৰ সৰুটো?" পুতেকক মাতি আনি বোলে, "তই তামূলী বৰুৱাৰ ঘৰৰ ল'ৰা; বয়স হলে বিষয়-আসয় এখন পাবি; গতিকে এতিয়া নাম-যশ বচাই চলিবি। বামুণৰ পতিত হলে বৰীয়া হয়—আহোমৰ পতিত আৰু অধইচ্ হব, দেশে-পৰবাশে ফাটি-ফুটি যাব।"

হব লগা বিয়াখন বন্ধ হ'ল। পিচে ল'ৰা-ছোৱালী হালেই গোট-থাই থিৰাং কৰিলে বোলে, "আমি ব্ৰহ্মপুত্ৰক সাখী কৰি গন্ধৰ্ব বিয়া পাতো। তাৰ পিচত নামনিলৈ পলাই যাম।" সেইমতে দুয়ো আহি এদিন ব্ৰহ্মপুত্ৰৰ পাৰ পালেহি। ছোৱালীজনীয়ে এই মণিধাৰ দৰাবৰণৰ কাৰণে আয়েকৰ পেৰাৰপৰা চুৰি কৰি লগত লৈ আহিছিল।

ছোৱালী ঘৰত নেদেখি বেজবৰুৱাই চৰীয়া লগালে। পুং খেদি খেদি গৈ চৰীয়া ব্ৰহ্মপুত্ৰৰ পাৰ ওলালগৈ আৰু মালা বদলোৱাৰ পিচতে বৰ-কন্যাক বিচাৰি পালে। ছোৱালীজনীয়ে ব্ৰহ্মপুত্ৰত জাপ মাৰি আত্মঘাতী হ'ল। তামূলী বৰুৱাৰ ল'ৰাটোৱে পিন্ধি থকাৰ পৰা চৰীয়াই মণিধাৰ খুলি নি ল'ৰাটোক ডোখৰ ডোখৰকৈ কাটি ব্ৰহ্মপুত্ৰত উটাই দিলে।

ইয়াৰ পিচত মণিধাৰ বহুত দিন বেজবৰুৱাৰ ঘৰতে আছিল; পিচে বেজবৰুৱানীয়ে ৰাতি ৰাতি সপোন দেখে বোলে মণিধাৰ নোহোৱা কাৰণে ল'ৰা-ছোৱালী হালৰ বিয়া হব পৰা নাই—ছোৱালীজনীয়ে মণি বিচাৰি কান্দিকাটি ঘূৰি ফুৰিছে। ইফালে ঘৰতো দুই-চাৰিটা অপায় অমঙ্গল হোৱাত বেজবৰুৱাই বোলে, "এই

মণিত কালিকা লম্ভিলে। অপয়া মণিধাৰ গুৰুঘৰলৈকে পঠিয়াই দিয়া যক, তাতে মূৰ্তি ভাগৱতৰ লগত মণিকূটতে থাকিব। তেতিয়া দায়-দোষে নপৰশে। নহলে এইধাৰিয়ে বংশৰ আলুৱে-কলাপুলিয়ে তুলিব।

মণিধাৰ সত্ৰৰ মণিকূটতে কেইবা পুৰুষো থাকিল। ব্ৰহ্মপুত্ৰই পিচে কথাটো পাহৰা নাই। তেওঁক সাক্ষী কৰি হোৱা বিয়া কাৰণে তেওঁ মাজে মাজে অধিকাৰক সপোন দেখুৱাই থাকে বোলে, "মোৰ মণিধাৰ মোক ঘূৰাই দিয়া"। আজিকোপতি মণিধাৰ ঘূৰাই নিদিয়া কাৰণে এতিয়া সত্ৰৰ পাচে পাচে খেদিবলৈ লৈছে।

যোৰহাট চহৰৰপৰা বাবু আলিয়েদি পাঁচ মাইল উত্তৰলৈ গলেই শালকৰা ডোবা। ব্ৰহ্মপুত্ৰৰ বৰ বানে খন্দা, হাতীয়ে মাউতে তলযোৱা ডোবা—দল, নল, তৰাৰ ছহতীয়া পিতনিৰ তলত কজলা পানী; তাত বুঢ়া হৈ পেট হালধীয়া পৰা কিচ্‌কিচীয়া ক'লা কাৱৈ গৰৈ মাছ। লোকে লোকে কয় বোলে যখে পোতা কুবেৰৰ ধন খান্দিবলৈ ব্ৰহ্মপুত্ৰ শালকৰালৈ আহি গোট শালগছ দীঘে দীঘে তলযোৱা ডোবা পেলালে। কোনো কোনোৱে কয় বোলে ব্ৰহ্মপুত্ৰই সুঁতি বদলাই শালকৰাৰ ফালে আহিলত যোৰহাট চহৰ সামৰে বুলি ৰাইজে শাল পাতি নৰবলি দিলে। সেই কাৰণে শালকৰা বোলে। ব্ৰহ্মপুত্ৰ হেনো তেতিয়াহে ঘূৰি গ'ল। পিচে যাওঁতে সীমাৰ চিনত ডোবা পেলাই গ'ল।

ডোবাটোত এন্তাৰ মাছ—বোন্দাচকুৱা শালমাছে ছহতীয়া পিতনি লৰাই থাকে—টোপ গিলি বৰশীয়ে মানুহে পিটৰ তললৈ টানি নিয়ে। পিতনিৰ ওপৰত গৰু-ম'হ চৰে—দল, নল, তৰাৰ কোঁহ খায়; ভৰি সোমাই লাগি ধৰিলে ডেডাউৰিত গগণ ফালে। পিতনিত থিতাপি লোৱা মচোৱা গোমে খীৰতি গাইৰ গাখীৰ চুহি খায়; টোপা খলত ৰ'দ লৈ ৰঙচুৱা শলমাছৰ পোনাই জাউৰি দি কমাই ফুৰে। ভৰ-



দুপৰীয়া গৰুক পানী খুৱাবলৈ পলীয়া গৰখীয়াবোৰ চুচুক্‌চামাক্‌কৈ ভয়ে ভয়ে শালকৰা ডোবালৈ আহে। ব্ৰহ্মপুত্ৰই খান্দি নিব নোৱাৰা বিয়াগোম জৰী গছজোপাৰ তলতে জাপীটো থৈ ছাঁ লয়। ছৌত্ৰিশ হাত বেৰৰ সেই বুঢ়া জৰীজোপাৰে সৈতে মুকলি পথাৰৰ মাজৰ শালকৰা ডোবাটোৰ কাষেদি অকলে অহাযোৱা কৰিবলৈ গা জিম্‌জিমাই যায়। বাবু আলিয়েদি ককিলামুখৰ ফালে গৈ থাকিলে ব্ৰহ্মপুত্ৰ পোৱাৰ এমাইলমান আগতে যে বিল এখন পায় সেইখন ঔৰনামুখৰ বিল। ব্ৰহ্মপুত্ৰই সেইখন খান্দিলে বৰভুঁইকপতে—পিচে আজিও তাত মাছৰ উভৈনদী কমা নাই। গণ্ডাই গণ্ডাই এই টঙিজালবোৰ বহাৰ আগতে তাত নানা ধৰণৰ ধলমাছে হিচ্‌হিচাই আছিল। মই তেতিয়াৰ দিনত হাবুৰুকা আৰু কুমটিৰ বৰশী দুটা টোপাওঁ—এদিন বৰশী বাই তোলা পাভ আৰু কান্ধুলি মাছ চপাবলৈ বৰখালৈ লাগে। তাকো বাটত আহোঁতে ওজন কমাবলৈ বুলি ঘৰে ঘৰে সোমাই দুই চাৰিটাকৈ দি আহো।

ঔৰনা বিলৰ দখিণ পাৰে বুঢ়া শিমলু গছ এজোপা আছে—বাবু আলিৰ কাষতে। তাৰ তলতে জুপুৰি ঘৰ এটাত গোৰ্খালী মানুহ এহাল আছিল। সিহঁতে চাহৰ দোকান দিয়ে। দোকান মানে বাহিৰতে বেঞ্চি দুখন পাৰি থয়—যোৰহাট চহৰলৈ অহা-যোৱা কৰা হাটকৰা বাটকৰাই তামৰ পইচা এটা দি চাহ এবাটি খাই যায়। কাৰ্তিক চাপৰিৰ সিপাৰৰ মিৰিগাঁৱৰপৰা বহুতো মানুহে দৈনিক ২০।২৫ মাইল খোজকাঢ়ি যোৰহাট চহৰলৈ অহাযোৱা কৰে নহয়, সেইবোৰেও দোকানখনতে ৰংপানী এবাটি খায়। গোৰ্খালীটোৱে বিড়ি-চুৰট আৰু লুকাই-চুৰকৈ দেশী লাওপানী আদিও ৰাখে। গতিকে দোকানখন ভালেই চলে বুলিব পাৰি। লোক সমাগমো হয়। মই আকৌ ঘাটৰ টিলাটোতে বহি বৰশী বাওঁ—আগবেলা হলে পচিমমুৱাকৈ বহো, পাছবেলা পুবমুৱাকৈ। ৰ'দটো পিঠিত পৰিলে সুত লাগে। যেনেকৈয়ে বহো, সেই শিমলুতলৰ দোকানখন

একেবাৰে মোৰ চকুৰ পোনতে পৰে। ময়ো মাছে খোটাৰ মাজত বিৰাম পৰিলেই দোকানলৈ আহ্‌যাহ্‌ কৰা মানুহবোৰলৈ চাই মেলি সময় কটাওঁ।

এদিন দেখিলো দোকানৰ ফালে ৰাইজৰ সমাগম বেছি হৈছে। বহুত দূৰ গাঁৱৰ মিৰি দেউৰী মানুহ দলে দলে মোৰ ওচৰেদিয়েই পাৰ হৈ গ'ল। এজনক সুধিলো বোলো, 'কোনফালে যোৱা হৈছে?' তেৰাৰ উত্তৰ দিবলৈ আহৰিয়েই নাই; খোৰতে বোলে, "বিড়ি-চুৰট কিনিবলৈ আহিছো।" কথাৰ কথা হলনে সেইটো—পঁচিশ মাইল বাট খোজকাঢ়ি দলে দলে বিড়ি-চুৰট কিনিবলৈ আহে! কেলেই তহঁতৰ চাধা-চুৰট নাই? মোনে মোনে বৰপাত চাধাবোৰৰ খেতিনো কৰহঁক কেলৈ দেহাৰ পিত্‌ মাৰি? মই বৰশী বাই টোপনিয়াই থকা অমুকুথ মানুহটো বাৰে যিহকে তিহকে একেষাৰ কৈ গলেই হ'ল আৰু! বাৰু ৰ' হঁক! তহঁতৰ গতি-গোত্ৰকে চাওঁ।

বগা ঘোঁৰা এটাত উঠি বাবু এজন যোৰহাটৰ ফালৰপৰা আহি শিমলুতলৰ দোকানতে ৰ'ল। গছজোপাত ঘোঁৰাটো বান্ধিলে; তাৰ পিচত বেঞ্চিখনতে বহিল। তেওঁ অহাৰ লগে লগে দোকানত গোট খাই থকা ৰাইজৰ খদম্‌দম্‌ লাগিল; মিৰি দেউৰী ৰাইজখনে মানুহটোক বেঢ়িকুৰি ধৰিলে। কিবাকিবি কথাবতৰা হ'ল। মোৰ গধুৰ কাণেৰে তৎ ধৰিব নোৱাৰিলো। আধাপৰমান কথা-বতৰা পাতি বাবুজন ঘোঁৰাত উঠি অহাবাটেই গলগৈ; গাঁৱৰ মানুহ-দুনুহবোৰো ঘূৰি গ'ল।

এসপ্তাহলৈ একো গণ্ডগোল নাই—বাবুও নাই, ৰাইজো নাই। গছৰ তলৰ বেঞ্চিখনতে নেপালীটো লাং খাই পৰি থাকে—কাষৰে পথৰা ভতুৰা কুকুৰ এটা নেগুৰতে মুখ দি শুই থাকে। কাউৰী দুটামানে চুচুকচামাককৈ এখোজ দুখোজকৈ আগবাঢ়ি কুকুৰটোৰ গাত থকা চিকৰা খাবলৈ আহে; মাজে মাজে কুকুৰটোৱে সাৰ পাই ভুকে। ইমানেই। বাকী হবি নিজঞ্জাল—কাহ এটা মাৰিবলৈ নাই।



পাছৰটো মঙ্গলবাৰে আকৌ দেখোন ৰাইজৰ লানি লাগিল। দোকানৰ গুৰিত সৰুসুৰা পিকেটিং এটা হ'ল। আকৌ একে ধৰণৰ কথা—বাবু আহিল, গ'ল। ৰাইজো ভাগিল।

মোৰহে মনতে কিবাকিবি ভাৱবোৰ হ'ল। বোলো নিশ্চয় ক'ৰবাত কিবা বগা শিয়াল ওলাইছে। বুঢ়া গাম এজনক আগভেটি ধৰি সুধিলো বোলো "ককাই, কথাটো কি? মঙ্গলবাৰে মঙ্গলবাৰে দেখোন অফলা ভাগিছে?" গামে সোলা মুখখন মেলি হাঁহি এটি উলিয়াই বোলে, "কথা গুপুত। আমি ইয়াতে এখন মঙ্গলবৰীয়া হাট পাতিব খুজিছো। গাঁৱৰ ৰাইজৰ সুবিধা হয়—সপ্তাহৰ মূৰত আলুটো কচুটো বেচি তেলকণ চেলিকণ কিনিব পাৰে, যোৰহাটলৈ বাটকুৰি বাই নগলেও হয়।

এইদৰে কেইবা সপ্তাহো গ'ল। মঙ্গলবাৰে মঙ্গলবাৰে মানুহৰ সমাগম বাঢ়িহে আহিছে—হাটৰ হলে নাম-গোন্ধেই নাই। বাবুজনো সদায় মঙ্গলবাৰে আহে, মোলায়েম কথা-বতৰা হয়। হেঁচাটেপা, হাইউৰুমি, খকাখুন্দাও হয়। দূৰ-বিদূৰৰ গাঁৱৰ মানুহে কান্ধত কোমল চাউল গুৰৰ টোপোলা লৈ বাটকুৰি বাই আহে। মোৰ মনত আকৌ খুহুৱনি লাগিল—বোলো কথাটো কি?

বৰশীডাঁৰি দুটা কোমল মাটিত টানকৈ গোজ মাৰি থৈ এদিন মনৰ উচ্‌পিচনিত থাকিব নোৱাৰি গলো আগবাঢ়ি মানুহৰ জুমলৈকে উৰহী গছৰ ওৰটো লবলৈ। ঘোঁৰাত উঠা বাবুজনে হাতমোনাৰ পৰা উলিয়াই সোণাৰীৰ তৰ্জুত জুখি কিবা দিছে আৰু মানুহবোৰে জুমবান্ধি মহাৰাণীৰ চল্‌চলীয়া ৰূপৰ টকা দি হোৰাহোৰে কিনিছে। দূৰতে বুজিলো আপীম্‌ অৰ্থাৎ কানিৰ ব্যৱসায়। গামক ঘূৰি আহোঁতে লগ পাই আকৌ সুধিলো, বোলো "মঙ্গলবাৰে মঙ্গলবাৰে অহা এই বাবুজন আপীম্‌ বেচা চৰকাৰী বিষয়া নেকি?" গামে বোলে, "তহঁতৰ মানুহবোৰে বৰ কথা সুধি থাকহঁক। তই 'বৰশী বোৱা মানুহ, বৰশী বাই থাক। এইবোৰ কথা কেলেই?" মই

হাঁচটিৰপৰা চুণে-ধঁপাতে তামোল অকণ উলিয়াই দিলত পিচে গামৰ মুখত হাঁহি বিৰিঙিল। মুখত আখৈফুটা দি কথা ফুটিবলৈ ধৰিলে। কলে বোলে, "তই দেখোন জানিলিয়েই। কৈয়ে পেলাওঁ দে।"

"মহাৰাণীৰ আপীম্ বেচা মহলবোৰত আজিকালি আপীম্ কিনিব নোৱাৰা হ'ল—জাকে জাকে ভলন্টিয়াৰে পিকেটিম্ কৰি থাকে; হাতে-ভৰিয়ে ধৰি ৰাইজক আপীম্ নাখাবলৈ কাকুতি কৰে; সেই-বোৰলৈ কাণসাৰ নিদি বুজবাজ নলৈ আগবাঢ়ি গলে মাৰপিটো কৰে। পুলিচে ভলন্টিয়াৰবোৰক হাজোতত ভৰায়গৈ—পিচে ইহঁত উইপৰুৱাৰ গুষ্টি, নিতৌ নতুন এজাক ওলায়হি। গান্ধীৰজাৰ শিচ্ বগাটুপী পিন্ধা এই ভলন্টিয়াৰবোৰে আমাৰ ৰাইজখনক হলে বৰ বিপদত পেলাইছে দেই!

আজি এমাহমান আগতে কুম্পানীয়ে কানিৰ মহলবোৰৰ দৰ্জাত তলা লগালে—বোলে কানি খোৱাটো দোষৰ কথা। ইফালে আমাৰ কাঠিচেলেকা ৰাইজৰ মৰণ মিলিল। মই বোলো কুম্পানীয়ে ৰাইজখনক এনেকৈ গছত তুলি গুৰি কাটে কিয়? কিবা বোলেনে তোমালোকেই বস্তুফেৰা আনি উলিয়ালাহি—ৰাইজৰ মাজত চলিল। নহলে আমাৰ ৰাইজে এইফেৰা বস্তুৰ সোৱাদ পালেহেঁতেন কৰ'পৰা? পিচে যেতিয়া ৰাইজৰ লতা লাগিল, টিকিৰা এটা নুপুৰিলে গাটো ৰাইজাই আৰু মূৰটো জিন্‌জিন্ কৰা হ'ল, দেহাটো কাৰবাৰ কাৰবাৰ যেন লগা হ'ল—এতিয়া তোমালোকেই কৈছাহি বোলে কানি খোৱাটো দোষৰ কথা। এই ভলন্টিয়াৰখনেও চিঞৰিছে বোলে, "কানি নাখাবা। কানিয়ে আমাৰ দেশ লাওলোৱা কৰিলে।" বোলো "হেৰ ককাৰ আজুককাৰ দিন টিকিৰা পোৰোতেই গ'ল, এতিয়া কিবা, বোলেনে গোঁফ নুঠুটিওৱা ফুকলীয়া ল'ৰাৰ কথামতেহে চলো।"

ইফালে ৰাইজখন পেপুৱা লাগিল। বুধি হৰিল। মগজু শুকাল। এনেকৈ দিনতে এন্ধাৰ দেখি থাকোঁতেই খবৰ পালো, চহৰৰ



কোনোবা এজন ঠিকাদাৰে বোলে এই নেপালীটোৰ দোকানতে মঙ্গলবাৰে মঙ্গলবাৰে চোৰাংকৈ অনাত চাৰিটকাকৈ আপীম্ বেচিবহি। দামটো পিচে চৰা—তথাপি ৰাইজৰ লানি লাগিছে। যোৱা দুসপ্তাহমান চলিছে। ইয়াতে মঙ্গলবৰীয়া হাট এখনো হোৱাৰ কথা আছে নহয়, হলে দুয়োটা সমানে চলিব পাৰিব। ৰাইজে ঘটি-বাটি, মাটি-ভেটি বন্ধকত দি হলেও অভ্যাসটো ৰাখিব পাৰিব নাও-নিমিত্তকৈ।"

গাম গ'লগৈ। গধূলি ঘূৰি আহি ময়ো আমাৰ গাঁৱৰে তেবাহি কানীয়া শুকুৰা কাইটিৰ ঘৰত পাক এটা মাৰি সুধিলোগৈ, "বোলো কাইটি, কানিটোনো কেনে বস্তু?" শুকুৰা কাইটিয়ে হাতযোৰ কৰি কপাললৈ তুলি চকুমুদি গজগজীয়া হৈ বহি কলে বোলে, "আঃ—নন্দীৰাম নকবা। কথা ইটো পৰম গুপুত। দৈনিক নিয়মমতে খোলাত বহা ভকত সবৰহে বিদিত। কানি হ'ল দেৱৰাজ ইন্দ্ৰৰ নন্দনকাননৰ অমৃত—কুম্পানীয়ে আনি মৰতত বিলাইছেহি। এহোপা মাৰিলে মই ছালছিগা থৰেখোৱা শুকুৰাইনে তোমাৰ সৰ্কদেও চন্দ্ৰকান্তসিংহই মনত নপৰে; গাটো সাতখন আঠখন লাগে; মনটো স্বৰ্গৰাজ্যত ভ্ৰমি থাকে। বহি থকা এই ডুখৰি পীৰাখন সিংহাসন যেন সুকোমল হয়, শৰীৰত পিন্ধা ফটাছিটা জলমবোৰ ৰাজবস্ত্ৰ সিংখাপ হয়, আমাৰ খাঁৰীনাকী দন্দুৰী পোনাৰ মাকক সাইখাত্ অপেচৰী ৰাজৰাণী হেন লাগে। আৰু যে কত কি হয়—সকলো বুজাই কবলৈ টান; এহোপা মাৰি চোৱা, নিজেই বুজিবা। হয়নে অ' পোনাৰ মাক, টিকিৰা এটা লগাচোন; সিদিনা চাৰিগাঁৱৰ পৰা অনা মাল অকণ মোৰ চাপকণৰ জেপত হাঁচটিতে বন্ধা আছে, তাকে উলিয়া। নন্দীৰামো আহিছে—কেৰাকৈ চাহ-পানী দুবাটিও কৰ।"

সিফালে আখলত খুটুংখাটাংকৈ হলেই—মই দেখিলো কথা বিষম। উপাৰ্জন বুলি পাতি পাই এটা নাই, টোকোনা নিছলা

মানুহ—মই এইটি সৰগৰ ৰাগীত ধৰিলে চোৰ-ডকাইতেহে হবগৈ লাগিব। শুকুৰা কাইটিক কলো বোলো, "মোৰ বৰ জৰুৰী সকাম এফেৰা আছে, আজিলৈ বিদায়হে মাগো। পাচে পৰে কেতিয়াবা আহিম।" কিবা বোলেনে খোলাত বহিবলৈ কি ভকত কাৰণৰ মাক মৰিছে? ভটীয়া পানীত যোৱা মানুহৰ দেশহে এইখন!

কাইটি পিচে নেৰোপানী। জঁাপ মাৰি উঠি দুহাতেৰে মোক গৰা মাৰি ধৰিলে। ময়ো গাৰ জোৰেৰে উফাল মাৰি শুকুৰা কাইটিৰ দুৱাৰদলিতে উজুটি এটা খাই ঢলকুচিয়াই আহি পদূলিমুখ পাওঁতেই দেখো আমাৰ বিষ্টুকান্ত বোপা চুচকীয়া চাইকোলত উঠি অফিচৰ পৰা ঘূৰিছে। বোপা আকৌ আমাৰ এইছোৱাৰ ভিতৰত জাকত জিলিকা ল'ৰা—ইংৰাজী চিংৰাজী পাছ। নগৰত কিবা ডাঙৰ চাকৰি কৰে। হাকিম মুঞ্চুপৰ নামতে। আমাৰ খুদমনৰ ভতিজাক কণপাই তেওঁৰহে পিয়ন, তাক লগতে কামত সুমাই লৈছেগৈ। বন্ধই দেওবাৰে ঘৰত খৰিখেৰ ফলা, বাৰীত কৰি লাই লফা ৰোৱা সিঁচা এইবোৰ ইটো সিটো লাচনি পাচনি কামতো লগায়। গাওঁখনত জনাবুজা বুলি এই এজনহে আছে—বাইজেও তেখেতক মানে, কথা-পৰামৰ্শ একেষাৰ সুধি পুছি যায়হি দৰকাৰ মতে।

বোপাক চাইকোলতে মাত লগালো বোলো, "বপা আহিলে?" টেংলুটি খাই পদূলিমুখৰ খালটোত পৰো পৰো হেন ব্যৱস্থাত মোক দেখা পাই এবাৰ মোৰফালে এবাৰ শুকুৰাৰ ঘৰৰ ফালে চাই বোপাই "নন্দীকাই, তুমিও ধৰিলানেকি?" বুলি চাইকোলৰপৰা নামিল। মই বোলো, "কথমপি সাৰিছো এইবাৰলৈ। পিচে আপোনাসব জনাবুজা মানুহ, চৰকাৰী কুম্পানীৰ দৰমহা খোৱা বৰ বৰ চাকৰিয়াল। মোক এষাৰ কথা বুজাই কব লাগে। কানি বোলে সৰগৰ বস্তু। পিচে এই ক'লা ক'লা কানিৰ লদাবোৰ বেভিচাৰী খিৰিস্তান কুম্পানীয়ে আমাৰ মৰতত পায় ক'ৰপৰা আৰু ইয়াৰ আঁতিগুৰিনো কি?"



বিষ্টুকান্ত বোপাই মিচিক্ কৰে হাঁহি এটি মাৰি কলে বোলে, "কানি সৰগৰপৰা অনা বস্তু নহয়, এই মৰততে তাৰ খেতি কৰিব পাৰি। আমাৰ যে বৰভাজি খায় সেই আফুগুটি তাৰপৰাই কানি হয়। মানে আফুগছ হলে তাত ডালিমটো মান বৰ বৰ গুটি লাগে। তাকে দঁহচীয়া হওঁতেই নেলীয়া কটাৰীৰ আগেৰে আঁচিয়াই নতুন সাৰ নকাগা মাৰ্কিন বা মলমলৰ কাপোৰেৰে মেৰিয়াই থয়। নেমুটেঙা গছৰপৰা কেৰোণ ওলোৱাদি এই ডালিম হেন গুটিবোৰৰপৰা ক'লা ক'লা এঠা ওলায়; এই এঠাবোৰেই কানি। ডালিমটোৰ ভিতৰত মিহি মিহি আফুগুটিবোৰ হয় সেইবোৰ বৰ ভাজি আৰু আঞ্জা ৰান্ধি খাবলৈ ভাল। পিচে এইবোৰৰ খেতি য'তে ত'তে কৰিব নোৱাৰি—চৰকাৰে ধৰিব। বেলতলাত আৰু ক'ৰবাত চৰকাৰৰ নিজা আফুখেতি কৰা থান আছে তাতহে কৰে। এনেয়ে কোনোবাই কৰা গম পালে পুলিচে ধৰি নিয়ে।"

মই পিচে সুধিলো বোলো, "আমাৰ ইয়াতনো এইটো ওলালহি কেনেকৈ?" বোপাই বোলে, "মহাৰাণীৰ এই কোম্পানীবোৰ আগতে চীনাদেশত আছিল। চীনাবোৰ হ'ল দোপাত কানীয়া; সিহঁতে কানি টিকিৰা পুৰি খায়, এনেয়ে মুখত এলডা লৈ চুপিও খায়।" একোটা চীনা মিস্তিৰীয়ে বোলে দীঘল টিকনি ৰাখে—তাৰ মূৰতে আমাৰ সৰু প্ৰভুৰ টিকনিৰ জবাফুলটোৰ দৰে এলডা কানি ওলোমাই লৈ টিকনিডাল কাণৰ ওপৰেদি পকাই আনি মুখত ভৰাই থয় আৰু দুইহাতে কাম কৰি থাকে। নহলে মিনিটে মিনিটে কানি খাই থাকিবলৈ সিহঁতৰ হাত আজৰি হব ক'ৰপৰা? টিকিৰা পুৰি কানি খাবলৈ আকৌ খোলা বহুৱাৰ লাগে। বাঁহৰ চুঙা এটাত গুৰ্-গুৰীৰ নলীৰ দৰে এডাল নল লগাই লয়; চুঙাৰ ওপৰত কানিৰ টিকিৰাটো থৈ ওপৰফালৰ পৰা শলাকানিৰে জুই দিয়ে আৰু নলডাল মুখত লৈ হোপে। তেতিয়া আমাৰ মলাধঁপাত খোৱাৰ নিচিনাকৈ ধোঁৱা ওলায়। সাধাৰণতে কেইবাজনো কানীয়া গোটখাই

জুহালৰ গুৰিত বহি এনেদৰে খোলা পাতি কথাৰে সাতহাল বায়। সেয়ে হ'ল টিকিৰা পোৰা কানীয়া খোলা। ভিতৰৰপৰা কাৰা চাহ, গুৰ, কলবন সৰবৰাহ কৰে আৰু ৰাগীধৰা ভকতসবে সৰগত থকা হেন পায়।

ৰাগীয়ে ধৰাৰ পিচত কানীয়া খোলা আমাৰ ভঙুৰা মেলাৰ দৰে হয়। গাঁৱৰ আৰু পৰগাঁৱৰ চলন্তি কথা লৈ জয়জয়তে আলোচনা বিলোচনা তাৰ পিচত বাক্‌বিতণ্ডা আৰু সৰ্বশেহত মৰামৰি চুলিয়া-চুলি হয়গৈ। নীহকুলীয়া তৰুণ ছোৱালী কলিতাৰ ঘৰৰ ডেকালৰাই পলুৱাই নিয়াৰ পঞ্চায়তী শাস্তি ব্যৱস্থাও কানীয়া খোলাতে মুখেমুখেই নিষ্পত্তি হয়। গাঁৱৰ কোন ডেকালৰাই গধূলি বেলিকা কাৰ পদূলি শুডি ঘৰৰ উঠন গাভৰু ছোৱালীৰ লগত লু-লু চু-চু কৰে, কোন আদহীয়া পাইকে কাক লগ ধৰিবলৈ ভোগদৈৰ ঘাটত আবেলি বেলিকা বগলী চোপ্ দি থাকে এনেবিলাক জিভাত জুতি লগা সুৱদি কথাৰ আলোচনা হয়। দুই তিনিটামান টিকিবা পুৰি উকৰাৰ পিচত ভকতসকলে পানীৰ ঔটেঙা সাজিবলৈ ধৰে আৰু অতি সামাইন কথাতে তৰ্কাতৰ্কি আৰম্ভ কৰে। গিৰিহঁত ভকতে 'চাহপানী দিয়া দেৰি হৈছে' বুলি ঘৰিণীৰ ওপৰত লাং-সৌকা চলায়, বাকী আলহী ভকতসকলে পেটে পেটে আমোদ পায়। কানি খোৱাৰ পিচত বোলে বৰ ভোক লাগে; গতিকে খোলা বহিলে ভকতসকলক সোধপোছ কৰিবলৈ বোকা চাউল, কলবন, গাখীৰ আদি খোৱা বস্তু গৃহিণী গৰাকীয়ে গহনা-গাঁথৰি বন্ধকত দি হলেও যোগাৰ কৰি ৰখাটো কৰ্তব্য। তাকে নকৰিলে পিঠিত ঔকিল পৰে। চতুৰ্থ টিকিৰাটিৰ পিচত ভকতসবৰ বাহ্যজ্ঞান নাথাকে। তেৰাসবে ডিঙিত ধৰাধৰিকৈ গীত-পদ ৰাগিনী ধৰি কোৰ্হাল কৰে। "গোলাপী সখীৰ আজি মন হ'ল উচাটন, মধুনিশা সপোনত মূৰতি হেৰায়", "শুন্‌ছাহ্‌না আপীগিলা খাজ্‌না বাঢ়াইছি, দিবা নল্লি নিবেক ধৰি পেয়াদা লগাই দি" আদি নানা বেসুৰীয়া গীত-পদৰ অন্তৰ্ত ভকতসবে খোলাৰ



মজিয়াতে এবাগৰ দিয়ে আৰু গোলাপী গোলাপী সপোন দেখে। এইদৰেই ৰাতিটো কাটে; পুৱা ফেহুজালি দিওঁতেই তেৰাসবে সাৰ পাই লাখুটিডাল আৰু কানি কাচুটি সামৰি লৈ ঘৰৰ লৰা ঘৰলৈ ঘূৰ আহে আৰু বাহী চোতাল সাৰি থকা ঘৈণীয়েকহঁতৰ হাতৰ বাঢ়নীৰ কোৰ, লাওপাত কচুপাত মুখৰ গালি শাওপাত আৰু নেওচা কেওচা খায়। তাহানি ময়াৰাম কানীয়াৰ কথা শুনিছিলো বোলে তেৰাই খোলাৰপৰা থৰকাচুটি হেৰুৱাই ঢলংপলং কৰি ধলপুৱাতে গৈ চোতালৰ মূৰত খিত্ দিলেই ময়াৰামনীয়ে বাহীচোতাল সৰা বাঢ়নীটাৰ লৈ সাক্ষাৎ কালী গোসানীৰ মূৰ্তি ধৰি থেদি আহে— "আয়ৈ দেহি! আহিল মোৰ মুনিহ—কাউৰী কুকুৰ মাটিত নৌ পৰোতেই ঘৰ ওলাইছেহি; ৰাতি ৰাতিটো বৰ তপ যইগ কৰি আহিছে—খুৱাওঁ ভাত ৰ।" ময়াৰামে থৰকৃবৰকৃকৈ কঁপি কঁপি দেখাত বুকুখন দুহাতমান ফিন্দাই কয়, "থ থ নথলিনে তোৰ বুঢ়ী বাঢ়নীটাৰ।" ময়াৰামনী আগবাঢ়ি আহিলে বোলে, "চো-চোন বাৰু চো—মই কি কৰো চা" আৰু অলপমান ওচৰ চাপি আহিলে কয়, "মুচুৰি বুলিছো নহয়, বাহী চুৰা ওকটা গাৰে অমুকৰ জীয়েক চোটোকাটো পাৰি হলে।" তেনেকুৱাতে দুই এটা বাঢ়নীৰ কোৰ খাই ঠোটমোট চেলেকি তিন তেলেঙ্গনি খাই ভিতৰ সোমাওঁতে হুমিয়াই যায় বোলে, "তোৰ ভাগ্য ভাল। নাইত চুলেহে চোৱা। নাইত চোৱা হলে দেখিলিহেঁতেন তোৰ কি গতি কৰিলো হয়। আজিলৈ যে ইমানতে ৰলি—ভালে ভালে সাৰিলি।" তাৰ পিচত দিনৰ বেলিকা ভকতসবে পাটীত পৰি হা-হুমুনিয়াহ কাঢ়ি আকাশত চাং পাতি বিভোৰ হৈ থাকে। কানিয়ে আমাৰ অসমীয়া জাতিটোক এইদৰে পাছ হোঁহকাই নি নি একেবাৰে গৰা গড়খাৱৈত পেলালেগৈ। এতিয়া আৰু সেই "শুণ্ডে মেৰাই পদ্মগোট ওপৰক তুলি, গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি।"

চ'ত সংক্ৰান্তিৰ দিনা বেলেগ্টৰে বৰশী নাবায়। সেইদিনা বোলে মাছবোকায়ো এসাজ নিৰামিষ খাই হবিচ কৰে। সেইদিনা ছুপৰীয়া গৃহস্থ ঘৰত ভাতখোৱাও নহয়। ধলপুৱাতে উঠি আমি লৰালুৰিবোৰে গোহালি চাকা কৰি গৰুবোৰ মেলি ধুৱাবলৈ নিওঁ। মাহ-হালধি সানি গাঁৱৰ বৰ পুখুৰীৰ পাৰতে সকলোৱে নিজৰ ঘৰৰ গৰুবোৰ গোট খুৱায়; তাতে সিহঁতক পানী ঢালি ছটিয়াই গা ধুৱাওঁ; লাও কেৰেলা বেঙেনা আৰু হালধি চকলাচকলকৈ সিয়া বাঁহৰ তিনিশলীয়া চাট্ হাতত লৈ বেলেগ্টৰে মহাস্ফূৰ্তিৰে আমাৰ লগতে গৰুৰ পাচে পাচে ঢপলিয়াই ফুৰে। গৰুৰ গাত চাট্‌বোৰ দলিয়াই দি গায়, "লাও খা বেঙেনা খা বছৰে বছৰে বাঢ়ি বা, মাৰ সৰু বাপেৰ সৰু তই হবি বৰ গৰু।" তাৰ পিচত গৰুবোৰ চৰিবলৈ বায় আৰু বেলেগ্টৰে চাটৰ চকলিউৱা পাচলিবোৰ গধূলি ভাজি খাবলৈ খৰাহীটোতে গোটাই লৈ ঘৰলৈ আহে। গাটো তিয়াই গুৰুসেৱা কৰি বৰবাটিত দোণমূৰীয়া জলপান এবাটি খাই চ'ৰাঘৰতে বহি বেলেগ্টৰে গৰুবিহুৰ কথা কয় বোলে, "চ'ত সংক্ৰান্তি বৰ জঁয়াৰ দিন। আজিৰ দিনত বেজবৰুৱাই বাৰীয়ে বাৰীয়ে ফুৰি বন দৰৱ তোলে। আমাৰ সেই ৰুদাইৰ মাক মুখুৰী যখিনীয়ে এৰাবাৰীত আহুদীৰ সমল তুলিবলৈ যায়—তাইক বোলে ভূত পিশাচেও নধৰে। পিচে কি হব তিনিও কুলত চাকি এগছি জ্বলাবলৈকো তাইৰ কোনো বাকী নাই। পুতেক এটা আছিল ৰুদাই— তাকো ভৰ বয়সতে যমে নিলে। মুখুৰী বুঢ়ী বেজীনী। তাইৰ ঘৰৰ চাৰিসীমাত সোমালে অমঙ্গল হয়। ভূত পিশাচ বিৰা কন্ধ পোহে— সৰিয়হ দি ফু মাৰি জোলোঙা লৈ ঘূৰি ফুৰে। মন্ত্ৰ-তন্ত্ৰ জৰা-ফুকা কৰে। ভূতে ধৰিলে সৌকা চলায়। বস্তু হেৰালে বাটি জাৰে। বিয়াই-সবাহে বান মাৰি দৰা-কইনা নচুৱায়। তাই কুমন্ত্ৰৰ ওজা, আমাৰ নখেলীয়া বেজক কাণত ধৰি একলম শিকাব পাৰে।

আগৰ দিনত চ'ত সংক্ৰান্তিৰ দিনা বাইজৰ গাত গোঁসাই নাথাকে, দোকমোকালিতে উঠি মাছৰ বাকলিৰে গৰুৰ ভৰি ধুৱায়,



দুৱাৰমুখত পকা ঔটেঙা আঁৰে, পকা ঔৰ গোন্ধে হাইজা মহামাৰী খেদায়। গা-পা ধুই নিয়মমতে গোঁসাইঘৰত গুৰুসেৱা কেৰি সমাপন কৰিয়েই শুদা পেটতে বহঁমথুৰি, আমৰ মল, কঁঠালৰ মুচি আৰু কেঁচা মচুৰ মাহ খায়। পগোৱা গুৰত খেৰেজু টেঙা সিজাই খায়। বৰচ'ৰাত কড়িৰ ঢাল পাতে। গৰুবিহুৰ দিনা কড়ি এঢাল খেলিলে বোলে জনমে জনমে শত্ৰু নাশ হয়। ডেকাডঙুৰা দলে হুচৰিৰ দল পাতে, বুঢ়া-খেৰাই নামঘৰত নাম একেযাৰ লৈ জনাগুনা পণ্ডিতৰ ঘৰত তামোল-পাণ এটি দি বৰ্ষচক্ৰ গণনা কৰায়; ঘৰত বজ্ৰপাত নপৰিবলৈ কেঁচা নাহৰ পাতত চণ্ডী চক্ৰী বাৰুণি মন্ত্ৰ লিখি চালে বাৰে খুচী থয়; নহলে হিলদল ভাঙি মাকৰ ঘৰত বিহু খাবলৈ অহা জটায়ুৰ জীয়াৰী গৰুড়ৰ বোৱাৰী বৰদৈচিলাই ঘৰবাৰী মষিমূৰ কৰিব নহয়! তাৰ আগজাননী বুলিয়েই মাঘৰ বিহুৰ মেজিৰ দিনাও বাৰীয়ে ভঁৰালে ঘৰে মাঘী বান্ধে।

চ'ত সংক্ৰান্তিৰ দিনা পাতত দিয়া এলাইজাবৰী শুঙে—তেতিয়া বোলে এঁৱা বেমাৰ ভাল হয়। সাত তিতা পাতত দি খায়— বছৰটোলৈ খৰ-খজুৰতিয়ে গা কৰিব নোৱাৰে। লৰালুৰিবোৰে নতুন পানীগামোচা বা ফুলাম গামোচা পিন্ধি জেতুকা খেৰেজু আৰু মাখিয়তী বিচাৰি বাৰীয়ে বাৰীয়ে ঘূৰি ফুৰে; গধূলি মাখিয়তী আৰু তৰা পাতেৰে গোহালি চোতাল আৰু পদূলিত যাগ দিয়ে—দীঘলতি দীঘল পাতেৰে জাত জাত মাখি মাৰি গৰু খেদাই আনি গোহালিত সুমায়হি। গৰুৰ ডিঙিত ঘৰত তৰাৰে পকোৱা নতুন পঘা লগায়— নহলে গৰুবোৰ বিহুচেৰা হয়। পঘাবোৰ ৰাতি পুৱাতে উছৰ্গাই আনে। ৰাতি সোনকালে খাই-বৈ ঘৰে-ঘৰোৱাহে জেতুকা লয়। জেতুকাৰ হেঙুলীয়া ৰং ধৰিবলৈ খেৰেজু টেঙা, ডালিমৰ পাত আৰু পাণেৰে সৈতে বাটে। জেতুকা বোলে মহিষাসুৰৰ তেজ; গোঁসানীয়ে মহিষাসুৰক মাৰি তেজবোৰ পিথপীত ছটিয়াই থৈ গ'ল; পিচে অসুৰৰ তেজ মাটিয়ে শুহিব নোৱাৰে; সেইবাবে তাতে জেতুকা গছ গজিল।

জেতুকা ললে মানুহৰ তেজ তিতা হয়—সাপে নোখোটে। হাতে-ভৰিয়ে জেতুকাৰ ৰং লগাই ললে বোলে বছৰটোলে আইসকল আৰু ছালৰ বেমাৰে লাই নাপায়।

গৰুবিহুৰ দিনা ঘৰে ঘৰে পইচা তুলি ফুৰা গোঁসাই আৰু বামুণ দেউসকল যে দেখহঁক, সেইসবক চ'তফুৰা বোলে; এখেতসবে হুচৰি নেগায় কাৰণে এনেকৈ গাইগুটীয়াকৈ চাঁদা তুলি ফুৰে আৰু গৃহস্থক আশীৰ্বাদ দিয়ে। আজিকালি পিচে এইবোৰ কমি আহিছে—মানুহে পা-পইচাটো দিবলৈ টান পোৱা হ'ল।"

ছুপৰীয়া আমাৰ ঘৰতে গাঁৱৰ কেইবাজনো আদহীয়া মানুহে বহি কড়ি খেলাত বহিল। বেলেষ্টৰে ওচৰতে খুন্দনা এটাত তামোল খুন্দি খুন্দি অকণমান সময় চাই থাকি বোলে, "তোমালোকে কড়িকে খেলিছানে কিবা গুপুত গুৰ্‌গুৰীয়া মেলকে পাতিছাহঁক নেদেখিলে ধৰিবই নোৱাৰি। কড়িখেলনো ইমান হবি নিজঞ্জাল হয়নে? গোটেই দেখোন কাঁহ পৰি জীণ যোৱা। ডেকা মানুহ কড়িৰ চালত বহিছা অলপ চিঞৰ-বাথৰ ৰৌজাল বৌজাল কৰিবা, তেহে জমিব। ইমান নিমাও মাওকৈ কড়ি খেলাতকৈ তামোল ধঁপাত খাই মেল মাৰি বহি থকাই ভাল। সেই তাহানি কীৰ্তি ককাইদেউ, সৰু প্ৰভু, ৰমা পণ্ডিত আৰু বিকিলা ঠাকুৰে কড়ি খেলা দেখিছিলো ইয়াৰ চ'ৰাঘৰত খেলে, তত দেহীৰ দোকানৰ পৰাই গম পোৱা যায় বোলে অ'ত কিবা এটা গণ্ডগোল হৈছে। সাতোটা কড়িৰে বত্ৰিশমুঠীয়া সাতবিহুৰ সৈয়া খেলে; ষোলমুঠীয়া গাইগোটা পেটে ভঁৰালো খেলে। গৰু বিহুৰ দিনা ছুপৰীয়াতে চাল জোৰে, মানুহ বিহুৰ দিনা পুৱাহে ছিগে। দহ, পঁচি, সাত, ছুই চিঞৰোতে খেলোৱাৰীৰ মাত ভাগি ভগা ঢোল হয় —ব্ৰহ্মঘাৰত থাকি নগজা কড়িৰ বেলিকা ষোলজনে একেলগে লোধোম চিঞৰে, ভৰ মাজৰাতি সেই চিঞৰত ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীয়ে সাৰ পাই কন্দাকটা লগায়। গা ধালত কড়ি কেচি বিপক্ষৰ কড়ি কাটি 'নিমূৰ' বুলি চিঞৰে। কড়িবোৰ মাৰি



চকিয়াই ধালৰ মাটি ফালি ছিৰাছিৰ কৰে—ঘূৰি. ঘূৰি বাগৰি অহা কড়িবোৰ চিঞৰৰ কোবত আৰু মাটিৰ কঁপনিত টলংভটং কৰি পৰি যায়। ৰাইজৰ হাত, নখ ছিৰলী ছিৰলী হৈ ফাঁটি তেজ পিৰিঙিয়ায়। হাই-উৰুমিত শুব নোৱাৰি সেই বাত বিষত কেঁকাই থকা আধাৰ গোঁসায়েও ৰাতি তিনি পৰত লাখুটিডাল লৈ ওলাই আহি এহাত খেলি যায়হি। এইদৰে ৰাইজে ৰাতি ৰাতিটো কড়ি খেলি শত্ৰুনাশ কৰে আৰু ঘৰে-ঘৰোৱাহে চাহ-তামোল যোগান দি ৰাইজক শুশ্ৰূষা কৰি পুণ্য বঢ়ায়।"

সেই বছৰ বিহুত হাবিয়ালৰ বৰ হুচৰি যোৰা মাইকী নাচনী সাজি ওলাইছিল; ডাড়ি-গোঁফ খুৰাই মুখত পাউদাৰ ঘঁহি, মূৰত মাইকী চুলি, গাত ৰিহা-মেখেলা আৰু কাণত কঁৰীয়া পিন্ধা চেক্‌টি পিন্ মাৰি আধা ওৰণি লোৱা নাচনীবোৰৰ বিহুনাচ দেখি আমি লৰাজাকে বৰ আমোদ পাইছিলো। বেলেষ্টৰে ক্ষন্তেক চায়েই পিচে ভিতৰ সোমাই তৰাৰ পঘা বটাত লাগিলগৈ; পিচফালৰ পুখুৰীত চেঙামাছ টোপোৱা বৰশীটো পাতি থলে।

গধূলি সুধিলো বোলো, "বেলেষ্টৰ কাই, হুচৰি দেখোন নাচালা? আমুৱালে নেকি?" বেলেষ্টৰে হুমুনিয়াহ এটা কাঢ়ি কলে বোলে, "হুচৰিয়ে হুচৰিয়ে আছে বোপাইহঁত! এই মতামুৱাখনে গাইমুৱা সাজি শিখণ্ডী হৈ ভাংখোৱা বান্দৰৰ দৰে যিহে ধেই ধেই নাচোন ধৰিছে—মোৰ মনটোত বিষাদহে লাগিল। গায়েনবোৰকেনো কি চাবা! লংপেন-ঠেঙা পিন্ধি হুচৰি গাবলৈ আহিছে—কেলেই আমাৰ জাতটোৰ সাজপাৰ নাই? মৰামুৱাকেইটাই হুচৰি গাইছেহি মুখত হাঁহি এটা নাই, গাত ডেকাতেজটো নায়েই জেতুকাৰ ৰং অকণো তহঁতে দেখা নাই। নাই সোণহঁত তাহানি আছিল কলাখোৱা আৰু হাবিয়াল গাঁৱৰ বৰহুচৰি; পাঁচোটাকৈ ঢোল, বাৰ-চৈধ্যটা পেঁপা, টকা-টকবিৰ লেখজোখ নাই। বাৰজনীয়া নাচনীয়ে নাচে—কদাই, মথুৰা, ভোগ, জালিকে ধৰি। মাজে মাজে ছাগলীৰ মুখা পিন্ধি চং দিয়ে। নবীন

ওজাই চাৰিটা পেঁপা একেলগে বজায়—দুটা মুখেৰে, দুটা নাকেৰে। মলাই ওজাই "গৃহস্থৰ মঙ্গলৰ অৰ্থে হৰিবোল" বুলি ঢোলত হাত দিয়ে —ছেওঁ বজায়। কনদেৱে "দেউতাৰ পদূলিত" ঘোৰা ধৰে, টেটেউ নামধৰাই মিলাই মিলাই পদ দিয়ে—ঢোলে-দগৰে ৰাইজে গৃহস্থৰ চোতালত খোজ মিলাই ঘূৰি ঘূৰি গায়। লৰাই-ছোৱালীয়ে ওচৰ-চুবুৰীয়া মানুহেৰে ঘৰ ভৰি পৰে; বৰহুচৰি সকলোৰে ঘৰত গায় পিচে দেই, গৃহস্থ ঘৰ চেৰাই-ডেই নাযায়। বোৱাৰী-জীয়াৰীয়ে এন্ধাৰ চোৰঘৰ বৰঘৰৰ বেৰৰ জলঙাইদি জুমি চায়। কদাই ভেবেলকে আদি কৰি বাৰজনীয়া নাচনিৰ বিহুনাচত গৃহস্থৰ চোতালৰ ছবৰি কেঞাবন মৰে। নাচনিয়ে ঢোল পেঁপাৰ ছেৱে ছেৱে হাতত কাঁহী ঘূৰাই নাচে; মুখত মাটিৰ চাকি আৰু মূৰত হাঁহকণী লৈ নাচে। গৰুবিহুৰ দিনাৰেপৰা পূৰা সাদিনলৈ গাওঁ-চহৰ হুচৰিয়ে ৰজন্‌জনাই থাকে। গৃহস্থই ৰঙা শৰাইত নাম আৰু নাচৰ গামোচা বৰঙণি আগবঢ়াই আঁঠু লয়। শক্তিয়ে যি কুলায় দিয়ে। ৰাইজে তাতে সন্তোষ হৈ আগলৈকো দিব পৰবলৈ শক্তি বুদ্ধি কৰিবলৈ আশীৰ্বাদ কৰে; পইচা পাতিৰ থক নাই। হুচৰি খোৱাৰ পিচত ৰাইজে বৰঙণিৰ পইচাৰে বৰালি মাছ কিনি ভোজ ভাত খায়, নিমথ কিনি সমিলমিলেৰে ভগাই লয়। বিহুৰ দিনাই মুকলি-মূৰীয়া বৰপ্ৰভুৰ দেৱীঘৰত, গৰখীয়াদ'ল নামঘৰত বা গোবিন্দ মন্দিৰত হুচৰি জোৰে—সাদিনৰ মূৰত আকৌ তাতে সামৰে। কেতিয়াবা পথাৰৰ মাজৰ দেওলগা অকলশৰীয়া গছত গামোচা বান্ধি হুচৰি তৰে, আকৌ তাতে হুচৰি থয়গৈ। তেতিয়া বোলে ভূত-পিশাচ অপদেৱতা আঁতৰে। মনত পবিত্ৰ ভাব লৈ ৰাইজে বিহু মাৰিবলৈ ওলায়, গোঁসাইৰ নামেৰে নাম জোৰে। তাৰ পিচত ডেকাচামে হেঁপাহ পলুৱাই বিহু নাচে। আজিকালি "বোলা হৰি" বোলোতেই হুচৰিৰ কেৰা চকু এটা শৰাইৰ বৰঙণিৰ ফালে—কি দিলে, কি থলে তাতহে। এই আগৰ দিনৰ ৰং-ধেমালিবোৰ গৈ থৈ এতিয়া ব্যৱসায়হে হ'লহি।"



"ওৰনাৰপৰা অকণমান দূৰ আগবাঢ়ি গৈ ব্ৰহ্মপুত্ৰ পোৱাৰ আগতে প্ৰকাণ্ড গড় হেন এটা আলি পায়; এইটো হ'ল নিৰ্মালি দিয়া আলি। শিৱসাগৰৰ পৰা দেৰগাঁৱলৈকে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে এই আলি-টোৱেদি নেঘেৰিটিঙৰ শিৱদলৰপৰা নিৰ্মালি প্ৰসাদ নি শিৱসাগৰৰ কাৰেংঘৰত সৰ্গদেৱক পুৱা শুই উঠাৰ আগতে দিয়াগৈ হৈছিল। এইটো কামৰ কাৰণে তেজী ঘোঁৰাৰে সৈতে তিনিজন চোৱাৰী আছিল। এওঁলোকৰ একোজনে নিৰ্মালি পত্ৰ এছোৱাকৈ বাট নিয়ে —শেহৰজনহে ৰজাৰ বাহৰ পায়গৈ। এই নিৰ্মালি দিয়া আলিটোৰ দুয়োকাষে অটব্য হাবি-জঙ্গল আছিল; গতিকে নিৰ্মালি অনা চোৱাৰীৰ বাহিৰে আন কোনো দেও ব্ৰহ্মা নৰমনিচে সেইবাটে বাট নুবুলে, ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে অকলে অকলে মৰাসাপ পৰাদি আলিটো পৰি থাকে; দাঁতি কাষৰ প্ৰকাণ্ড প্ৰকাণ্ড জৰী আৰু আহঁত গছবোৰত দিন দুপৰতে হুহু আৰু নিয়তিয়ে মাতে; ফেকুৰাৰ চিঞৰত গছৰ পাত সৰে। এই গছবোৰত হলৌ বান্দৰ কেতবোৰেও বাস কৰিবলৈ লৈছিল—সিহঁতে হকে-নহকে আটাহ একোটা পাৰি হাবিখন কঁপাই থাকে। ফেটী, মচোৱা-গোম সাপ দিনে-ৰাতিয়ে বাটটোত দীঘল দি পৰি থাকে; এইবোৰৰ ভয়তে সেই বাটেদি খোজকাঢ়ি যাবলৈ কেঁৱে সাহ নকৰিছিল।

মই আকৌ মাজে-সময়ে কাৰ্তিক চাপৰিৰ কাষৰ মিৰিগাঁৱলৈ যাওঁ—শালকুঁাত বৰশী বাই ঘূৰি আহোঁতে ৰাতি হলে চাঙতে থাকোঁগৈ। বুঢ়াগামেও বৰ আদৰ-সাদৰ কৰে—গোটেই গাওঁখনৰ মানুহে 'বেলেষ্টৰ' বুলিলে চিনি পায়। মিৰিচাঙত থাকিবলৈ ভাল, খোৱাবোৱাহে বৰ সুবিধাৰ নহয় দেই! মই আকৌ কুকুৰা গাহৰিও নাখাওঁ, লাওপানী আপংপানীও নাখাওঁ। বৰশী বাই অনা মাছ দুটা কলপাতত মেৰিয়াই জুইতে দি থওঁ; এনেকৈ পাতত দিয়া মাছত নিমখ আৰু পকাতেল সানি খাবলৈ ভাল। কেতিয়াবা ধম্‌ধমীয়া বালিতে পুঠী মৰঠী মাছ পুতি থৈ ওপৰত উধান পাতি জুই ধৰি ভাত

বান্ধো ; পিচত বালিৰ মাজৰপৰা মাছবোৰ উলিয়াই আনো। মাছবোৰ দেখাত একেবাৰে জীয়া হেন হৈ থাকে—নিমথ অকণ সানি চোবাই খাবলৈ ভাল—বৰ মুৰ্মুৰীয়া। মই মিৰিগাঁৱলৈ গলেই লৰাই দামুৰিয়ে বেঢ়ি ধৰেহি। ভাত ৰান্ধিবলৈ গামে নতুন মাটিৰ চৰু আনি দিয়েহি। পুতেক দুটাই ন-কৈ উধান কাটে। গামৰ ছোৱালী দুজনী আছিল—এজনী তোলনীয়া। তাই ঠাইঠুই মচিকাছি তিয়াৰিকৈ দিয়ে—মই ঠাইতে বহি চাউলকেইটাহে সিজাওঁ। ভাত খাবলৈ আঠীয়া কলৰ বা ডিমৰু গাছৰ পাত আনি দিয়ে—গাঁৱৰ লৰালুৰি সোপাই বহি কথা-বতৰা পাতে।

এনেকৈ এদিন অনাদি পাতনৰ বকলা চোবাই আছো। চৰুত বক্‌বক্‌কৈ চাউল সিজিছে। নৈৰপৰা ধৰি অনা কিবা ভাল কাঠৰ দলদলীয়া জুই! নাহৰগুটি দুটা জ্বলাই লৈছো। বতৰটো গোমা। মিৰি ডেকালৰা এটাই কথাই কথাই কলে বোলে, "ব্ৰহ্মপুত্ৰই ধলৰ লগতে বহুত সাপসুপ আমদানি কৰিবলৈ লৈছে—নানা জাতৰ অচিন সাপ; পানীত উটিবুৰি আতুৰত আহে, খেৰকুটা এডাল পালেও পাক মাৰি মেৰাই ধৰে।" শকচূৰৰ দৰে ক'লা হালধীয়া কাপ কাপ সাপ এটা তাৰ নাৱতে উঠিছিলহি বোলে; বঠাৰে মৰিয়াই খেদাব নোৱাৰি সি নাও এৰি সাঁতুৰি আহিবলগা হ'ল। নাৱত উঠি সাপটো কোন ধুপুৰী পালেগৈ চিন নাই।

এই যে বুঢ়া লুইতথন দেখিছ বোপাইহঁত ত'ত শদিয়াৰ আই কেঁচাইখাতীৰপৰা নেতাইধুবুনীৰ ধুবুৰীলৈকে ৰূপচকলীয়া হৈ বৈ গৈছে —এইখন আমাৰ নিছলা অসমীয়া কেইটাৰ মূলধন, বাপতিসাহোন। বাৰিষা ভৰা লুইতে ফেনে-কোটোকাৰে বাঢ়ি ওফন্দি আহে, মিহি পলসৰে ঘোলাপানীত ডকা-পকনীয়া পৰে। দোকোলটকা পানীত পাৰত গৰাখহনীয়া হয়। দুশ তিনিশ বছৰে লুইতৰ পাৰ জুৰি থিয় হৈ থকা বুঢ়া বুঢ়া বিয়াগোম গছ পকনীয়াত থিয়ৈ থিয়ৈ নোহোৱা হয়। বাঢ়নী পানীয়ে দাঁতিকাষৰীয়া পথাৰ-সমাৰত সাৰুৱা পলস পেলায়—



এই পথাৰবোৰত লহপহীয়া লখিমীয়ে ঠন ধৰে। ধলত চাপৰিবোৰ বুৰ যায়—তাতো পলস আৰু বানডকা পৰে। এই চাপৰিবোৰত পোত গৈ থকা উলু আৰু শৰণ খেৰৰ শিহৰিবোৰ গজে। দুমাহৰ ভিতৰত পাঁচ-ছহাত ওখ ডাঠ খেৰনি হয়। বৰমুঠীয়া পোলা কৰি কাটি আনি গাঁৱৰ ৰাইজে ঘৰ-দুৱাৰ বান্ধে। চাপৰিৰ পলসুৱা মিহি বালিত ইকৰা খাগৰি নল নিজে নিজে হয়। বালিচাপৰিবোৰত বনৰীয়া পটল আৰু কেৰেলাৰ গছ গজে—ৰাইজে হেমাৰভাৰে ফল তোলে।

ধলত উটি অহা কাঠ ধৰিবলৈ নাৱৰীয়াই টুলুঙা চলানাও লৈ ব্ৰহ্মপুত্ৰৰ পাৰত খাপ লৈ থাকে; চন্দন, পদ্ম, বজ্‌ৰনি কত ধৰণৰ যে কাঠ! সাধাৰণ কাঠবোৰেৰে ৰাইজে খৰি পোৰে; ভালবিলাক বাচি বাচি লৈ ঘৰৰ খুটা, চ'টি, কেচি, মাৰলী কৰে; শাল, চাম কাঠৰ হোলোং নাও খোলে। ভাদ-আহিনমহীয়া ধল নামিলে বৰনৈত মাছৰ উজান উঠে; টকলা চাপৰিবোৰে ধোঁৱাবৰণীয়া হৈ চকলাচকলে মূৰ দাঙি উঠে। নদীৰ বুকৰ বালি ঝাও গছেৰে সেউজীয়া হয়। দুৰ্গা-পূজাৰ বৰবলিৰ দিনা চাপৰিয়াল ৰাইজে চাপৰিত ৰঙালাওৰ গুটি সিঁচে। এইবোৰ চাপৰিত আকৌ সীমাৰ খুটি নাই নহয়—দোক্-মোকালিতে উঠি দুই কান্ধে দুমোনা ৰঙালাও গুটি লৈ একে ঠাইৰপৰা দুজন চাপৰিয়াল ৰাওনা হয়—এজন পূবলৈ, এজন পচিমলৈ। বাটে বাটে ৰঙালাও গুটি সিঁচি যায়। ওচৰাওচৰি চাপৰিৰ এনেকুৱা দুজন গুটি সিঁচা মানুহ য'তে মুখামুখি হয় তাতে চাপৰিৰ সীমা কৰে। ৰঙালাও চপাবৰ সময়ত কি খোজনিয়াৰ ভিৰ! তেতিয়াৰ দিনত এইবোৰ হাট-বজাৰ কাৰবাৰ বৰকৈ নাছিল নহয়! চাপৰিয়ালক খুজিলেই এভাৰ ৰঙালাও এনেয়ে পায়। ঘাহঁনি থকা চাপৰিত ৰাইজে গৰু-ম'হৰ খুটি কৰে। তাৰপৰা গাখীৰৰ আমদানী হয়। এই-দৰেই এই বুঢ়া ব্ৰহ্মপুত্ৰখনে আজি কেইবছৰমান আগলৈকে অসমীয়া ৰাইজখনক পুহি আছিল। মাজে মাজে দুখ-দুৰ্গতিও যে নিদিয়ে এনে

নহয় দেই—একো একোবাৰ ডকাহকা দি খেতিবাতি সোপাকে উটাই নিয়ে, গাওঁভূই ভাঙিছিঙি উজাৰ কৰে ; পিচে দুখে-সুখে হে জীৱনটো—একালত ভোগ থাকিলে একালত ভোগচেৰা হয়েই। আমাৰ আকাল ভঁৰাল নথকা নিছলা অসমীয়া ৰাইজথনৰ মূলধন আছিল এই বুঢ়া লুইতখন—নিছিল যিমান দিছিল তাৰ দহগুণ। সকলো বস্তুৰে ওৱাদানি ; ৰাইজৰ অভাৱ পূৰিছিল। লুইতৰ ওপৰতে ব্যৱসায় কৰি মাছমৰীয়া গাঁৱৰ ৰাইজসকলে একঠা খাইছিল, খুৱাইছিল; কাঠধৰি নাও সাজি সাৰুৱা মাটিত খেতিখালা কৰি মিচিং ৰাইজথন বৰ্তি আছিল। আমাৰ লখিমী পথাৰবোৰত সোণ চৰিছিল—দুদিন গতৰ খাটিলেই ৰাইজে ঘৰ-দুৱাৰ সাজিবলৈ আৰু দুবেলা দুমুঠি খাই পেট পুহি থাকিবলৈ দৰকাৰী বস্তুকেইটাৰ যোগান পাইছিল। ব্ৰহ্মপুত্ৰৰ বালি তক্তিত ধুই আউটাই বিহি আৰু সোণোৱালে সোণ উলিয়াইছিল, ইপাৰ সিপাৰ নেদেখা ব্ৰহ্মপুত্ৰই দেশৰ সীমা ৰাখিছিল—ওচৰৰ দেশ-বিদেশৰ লগত বেহা-বেপাৰৰ বাটো উলিয়াই দিছিল। এতিয়া পিচে বৰ বৰ মথাউৰিবোৰ হ'ল নহয়—শাৰীয়ে শাৰীয়ে ঘাই মথাউৰি, পালি মথাউৰি—এইবোৰৰ যহত ব্ৰহ্মপুত্ৰৰ কানে পানী নেবাগৰা হ'ল—পথাৰ সমাৰে পলসৰ মুখ নেদেখা হ'ল ; চাপৰিবোৰ বাৰেওমাহে পানীত বুৰ গৈ থকা হ'ল আৰু আমাৰ দেশৰপৰা খাদি নিয়া মিহি পলসেৰে ব্ৰহ্মপুত্ৰই পৰদেশত সাৰুৱা চাপৰি পাতিলেগৈ। ৰূপচকলীয়া লুইতৰ সোণচপৰা ভোগ কৰাৰ দিন উকলিল ; লগে লগে "আকালো নাই ভঁৰালো নাই" বুলি গপ্ মৰা অসমীয়া জাতিটোৰ "আকাল আছে ভঁৰাল নাই" হ'ল।

এতিয়াও পিচে মিৰিবোৰে ব্ৰহ্মপুত্ৰখনক নিজৰ আজোককাক হেন দেখে—কেঁচুৱাৰেপৰা তাতে সাঁতুৰি নাহৰি জাল বাই, কাঠখৰি ধৰি সিহঁত ডাঙৰ হয়। এন্ধাৰ ৰাতি টুলুঙা নাও একোখন লৈ ভৰা লুইত ইপাৰ সিপাৰ হয় ; খৰালি সাঁতুৰিয়েই যায়। লুইতৰ পকনীয়া, ভুবি, মেচ কেঁকুৰি সকলোবোৰ সিহঁতৰ আঙুলি মূৰত। এই ঠাইবোৰ



ভালকৈ চিনি নাপালে ব্ৰহ্মপুত্ৰৰ লগত ধেমালি কৰা জীৱন-মৰণৰ কথা ; কোবাল তলসোঁতৰ উপৰিও হেজাৰ হেজাৰ পকনীয়াই ব্ৰহ্মপুত্ৰৰ বুকুত খেলি থাকে। মাজে মাজে চোৰবালি। মানুহে ভুলত ভৰি দিলে পম নোপোৱাকৈ টানি নিয়ে—নিগমে মৰণ।

সাপৰ কথা শুনি বুঢ়াগামে কলে, "বানপানীত উটি অহা সাপে বৰ দোধোৰমোৰত নপৰিলে অপকাৰ নকৰে—সিহঁতো আতুৰত থাকে নহয়।" এনেয়েও বোলে সাপে মানুহ খেদি নোখোটে—মুখামুখিকৈ পৰি সাৰিবৰ উপায় নেদেখিলে বা শৰীৰত আঘাত পালেহে খেদে। বেছিভাগ সাপেই মানুহ দেখিলে বা চাট্ পালে পলাই সাৰে—বগাই যাওঁতে সিহঁতে বহুত দূৰৰপৰাই মানুহৰ খোজৰ উমান পায় আৰু কালৰি কাটি অন্যফালে যায়গৈ। আগতে কোব খাই বেমাৰী হোৱা, ঘূনীয়া বা ভোকত কাণ্ডজ্ঞান হেৰুওৱা সাপেহে মানুহৰ অগাদেৱা হলে খেদা মাৰি আহে। একো কাৰণ নোহোৱাকৈ খেদি খোটা মাখোন এবিধ সাপেই আছে, সেইবিধ হ'ল কালডাঁহী।

কালডাঁহী নামটো শুনিলেই গাৰ নোম ডালি ডালি হয় ; গামক কালডাঁহীৰ বিষয়ে সুধিলো। গামে কলে, "এইবিলাক প্ৰাচীন সাপ। আজিকালি কমি গৈছে। প্ৰথম কথা ইহঁত থাকিবলৈ ৰ'দ-পোহৰ নপৰা অটব্য হাবি-জঙ্গল আজিকালি নাইকিয়া হল ; দ্বিতীয়তে এইবিধ সাপৰ জন্মবৃত্তান্ত আচৰিত। বৰডাঁহী বা কালডাঁহী হ'ল মাইকী সাপজনীৰ নাম। মতা সাপবোৰ শান্তশিষ্ট কাপুৰুষ ; মাইকীবোৰ হিংসুক আৰু খঙাল। প্ৰথমতে দেওব্ৰহ্মাৰ খোজ নপৰা হাবি এখনলৈ গৈ কালডাঁহীয়ে ডেৰা পাতেগৈ, এলেকাৰ চাৰিসীমা ঠিক কৰি লয়। এই চাৰিসীমাৰ ভিতৰলৈ যেয়ে সোমাওক তাৰ ৰক্ষা নাই—মৃত্যু ধ্ৰুৱ। দিনে-ৰাতিয়ে কালডাঁহীয়ে নিজৰ এলেকাত পহৰা দি থাকে—নেজৰ ওপৰত থিয়দঙা দি সেই প্ৰকাণ্ড বাৰহতীয়া সাপজনীয়ে গছ-গছনিৰ ওপৰেদি মূৰ উলিয়াই কেউফালে চাই থাকে। ভুলতে তাইৰ এলেকাৰ ভিতৰত সোমাই পৰা চিকাৰৰ ওপৰত চকু

পৰিলে সাক্ষাৎ যম—পলকতে বিজুলী বেগেৰে গৈ দংশে ; হাতী, বাঘ নিমিষতে মৰে—মানুহৰ উশাহৰ লগত বিহ বতাহ সোমাই দূৰতে ঠেৰেঙা লাগি মৰে। কালডাঁহীৰ চকুৰ জুইত গৰু পহু জঠৰ হয়—কাৰো দৌৰি পলাবৰ সাধ্য নাই। আগৰ দিনত নিৰ্মালি দিয়া আলিয়েদি ছুমাইলমান গৈ পোৱা প্ৰকাণ্ড এৰাবাৰী এখনত কালডাঁহী থকা কথা গম পাইছিলো—সেই এৰাবাৰীখনত চৰাই-চূকতি এটাও সোমাব নোৱাৰে—চাৰিওফালে জনপ্ৰাণীৰ সঁচ নাই। পিতাইহঁতে কোৱা শুনিছিলো সেইখন হাবি বোলে যমৰজাৰ থানি—আমাক কেতিয়াও সেইকালে যাবলৈ নিদিছিল।

কালডাঁহী সাপে চাৰি বছৰত এবাৰ কণী পাৰে—একেলগে পাঁচ ছটা কণী পাৰি গছৰ ধোন্দত থয় চ'ত মাহৰ মাজ ভাগতে। কণী পাৰিয়েই কালডাঁহীয়ে মতা সাপটোক কালমূৰ্তি ধৰি খুটি খুটি মাৰি পেলায় ; নিগাখিত মতা সাপটোৱে মাইকীজনীৰ ক্ৰোধৰপৰা ৰক্ষা পাবলৈ প্ৰাণপণে পলায় কিন্তু কালড়াঁহীৰ ৰঙা চকুৰ আগৰপৰা স্বয়ং ভগবানো প্ৰাণ লৈ সাৰি যাব নোৱাৰে। বিহৰ জ্বালাত মতা সাপটোৱে চাৰি পাঁচদিনলৈ চাটিফুটি কৰি থাকে আৰু মাইকী সাপজনীয়ে কণীবোৰ পহৰা দিয়ে। সাধাৰণতে বহাগ মাহৰ আৰম্ভণীতে আমাৰ ইয়াত বৰ গাজনি ঢেৰেকনি হয়—এইবোৰে কালড়াঁহীৰ কণী ঘোলা কৰে। ইফালে মতা সাপ নথকাত কালডাঁহীয়ে দ্বিতীয়বাৰ কণী পাৰিবলৈ বহুত দিন ৰৈ থাকিব লাগে। কেতিয়াবা ছুই এটা কণী ঘোলা নোহোৱাকৈ থাকে ; সেইবোৰৰ পৰা পোৱালি ওলায়। এজোজনী কালডাঁহী সাপ এশ ডেৰশ বছৰ বাচি থাকে—মতাবোৰৰহে আয়ুস কম।

চকু ছুটা ৰঙা কাৰণে কালড়াঁহী নাম হ'ল হব পায়। প্ৰবাদ আছে যে ৰঙা চকু ছুটাৰে কালড়াঁহীয়ে বহুত দূৰৰ পৰাই যি কোনো জন্তুৰ তেজ শুহি লয় আৰু সিহঁতক ছুৰ্বল কৰি পেলায় ; তাৰ পিচত উৰিগৈ খোটে। কালড়াঁহীৰ ৰঙা চকু বোলে ৰাতিও



জিলিকে। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে থকা জঁয়াৰ হাবিবোৰত এই হিংসুক আৰু ভয়ংকৰ সাপবিলাক এতিয়াও মাজে সময়ে ওলায়। ইহঁতৰ তিনিজাত আছে—কুকুৰাড়াঁহী, তৰাড়াঁহী আৰু কালড়াঁহী বা বৰডাঁহী।"

চ'তমহীয়া সকলো সাপে কণী পাৰে। কণী পাৰোতে কষ্টত মাইকী সাপজনীয়ে ওচৰত যিহকে পায় তাকে খোটে। এই সময়তে কেতেকী ফুলৰ গছত কলডিলৰ দৰে গাত কাপ কাপ দাগ থকা কলি হয়। এই ডিলবোৰত সাপৰ খোট পৰিলেহে বোলে ফুল ফুলে—নহলে কলিটো মৰহি শুকাই যায়। সেই কাৰণে প্ৰতিজোপা গছতে প্ৰত্যেক বছৰত কেতেকী ফুল নুফুলে। কেতেকী ফুলাৰ পিচতো ওচৰে পাজৰে সাপজনী থাকে কাৰণ তাই ওচৰতে কণী পাৰে আৰু কেতেকী ফুলৰ মলমলীয়া গোন্ধটোও সাপবোৰে ভাল পায়।

চ'ত সংক্ৰান্তিৰ দিনা গাজনি ঢেৰেকনি মাৰিলে সাপৰ কণী ঘোলা হয়। সেই কাৰণে গৰুবিহুৰ দিনা বতাহ বৰষুণ হোৱা ভাল। সাপবোৰে বোলে কাণেৰে নুশুনে, চকুৰেও বেছি দূৰলৈ নমনে। সিহঁতে পেট পেলাই বগাই যাওঁতে পেটৰ গাথিবোৰেৰে মাটিৰ কঁপনিৰ উমান লয়। সেই কাৰণে সিহঁতে বহুত দূৰতে মানুহ দুনুহৰ ঘনচালৰ উঁহ পায়। গান-বাজনা পেঁপা কালিৰ শব্দই আকৌ সাপ টানি আনে।

সাপ ধৰা বৰ টান কাম ; ডাঠ হাবিৰ মাজত বিচাৰি গৈ যুগী আৰু চাওঁতালবোৰে কিবা মন্ত্ৰেৰে মোহ কৰি সাপ টানি আনি জপাত ভৰায়। কোনোৱে কয় বোলে শুমুনীৰ শিপা আৰু জহৰমহৰ হাতত ললে সাপ বশ হয়। জহৰমহৰটো সৰু শালগ্ৰাম শিলটোৰ নিচিনা চকচকীয়া ক'লা, বৰটোকোলাৰ মূৰৰ পৰা ওলায় ; বৰটোকোলাটো জীয়াই থাকোঁতেই জহৰমহৰটো উলিয়াই আনিব লাগে নহলে মৰি যায়। জহৰমহৰে সেন্দুৰ খায়—সৰু টেমা এটাত

সেন্দূৰ দি ভৰাই থলে বহুতদিন বাচি থাকে। মাজে মাজে কেঁচা গাখীৰত ডুবাই থব লাগে। সাপে খোটা ঠাইত জহৰমহৰ লগাই দিলে সি ঘাডোখৰত চিকুট মাৰি কামুৰি ধৰে আৰু বিষকোপবোৰ টানি লয়। তাৰ পিচত এবাটি খাঁটি গাখীৰত জহৰমহৰটো এৰি দিব লাগে—তেতিয়া সি বিষবোৰ উগাৰি দিয়ে আৰু গাখীৰবোৰ ক'লা পৰি যায়। সাপ বশ কৰা যুগীবোৰৰ একোটা পেঁপা থাকে—এই পেঁপাৰ মাত শুনিলে সাপ মোহ যায়। যুগীয়ে ধৰি আনি সাপৰ বিষ দাঁতবোৰ উলিয়াই পেলায় আৰু গাখীৰ খুৱাই সাপবিলাক পোহে। এনেকুৱা যুগীবোৰ সাপ দেখুৱাই অনাই বনাই দেশে-বিদেশে ঘূৰি ফুৰে। ইহঁতে জহৰমহৰ, গুমুনী শিপা আদি বিষটনা দৰব লৈ ফুৰে।

আমাৰ গাঁৱৰে জয়ৰাম ককাইদেউক দেখিছিলো খেদি ফেটীসাপ ধৰে। তেওঁৰ পিচে মন্ত্ৰতন্ত্ৰ নাছিল দেই। বাঁহৰ ঢাপত কেনেবাকৈ ফেটীসাপ থকা গম পালে, তেহেলৈ মাটিফেটীয়েই হওক বা চকৰি ফেটীয়েই হওক, তেওঁ গাঁত খান্দিবলৈ লাগে। সাপ পলাই পত্ৰং দিয়ে। গাঁতত এডোখৰ সোমাই যোৱা সাপৰ ওলাই থকা নেগুৰডালত আঙুলিৰে পাকমাৰি ধৰি তেওঁ টানি টানি উলিয়াই আনি সাপটো চকৰি ঘূৰোৱাদি ঘূৰায়। ঘূৰাই থাকোঁতে মঙহবোৰ মূৰৰ ফালে জমা হৈ টোপোলা এটাৰ নিচিনা হোৱাৰ ফলত সাপটো মৰে, খোলাৰপৰা চকু দুটা ওলাই আহে, দুমুখীয়া জিভাখন কোৱাৰিব দাঁতিয়েদি ওলমি পৰে। ক'ৰবাত সাপসুপ ওলোৱাৰ খবৰ পালে জয়ৰাম ককাইদেউ যেনে আছে তেনেই লৰ মাৰে—সাপটো ধৰি মাৰিব নোৱাৰালৈকে তেওঁৰ বাইথ নাই। ফেট তুলি ক্ৰোধমূৰ্তি ধৰি থকা ফেটীসাপৰ সমুখত থিয় হৈ হাত মেলি নেলুটোত চেপা মাৰি ধৰিব পৰা সাহ তেওঁৰ বাহিৰে আন কাৰো দেখা নাই দেই। আমি তেওঁক নেউল বেজবৰুৱা নাম দিছিলো।

জয়ৰাম ককাইদেৱে কয় বোলে এবাৰ খোট মৰাৰ পিচত সাপৰ



বিষটো এপৰলৈ নাইকিয়া হয়; সেই কাৰণে সাপে চাইচিতিহে খোটে—বিশেষকৈ ঠেকত নপৰিলে নোখোটে। এবাৰ খোটাৰ পিচত দাঁতভগা সাপ পষেকলৈ গাঁতত মনে মনে সোমাই থাকিবলগা হয়—নহলে তাক আইন সাপে খুটি মাৰিব পাৰে। সাপৰ বিষটো যেনিবা দোৰোণৰ ব্ৰহ্মাস্ত্ৰ—সেইপাত এবাৰ এৰিলে দোৰোণৰ জোৰ শেষ হয়, ঘূৰায়ো আনিব নোৱাৰে। গতিকে এবাৰ আগতে সকলো গমিপিতি চায়—নহলে নিজলৈকে টনাটনি।

ফেটীসাপে খোট মাৰি মূৰটো বেঁকাকৈ দি বিহ ঢালে; মচোৱা-গোমৰ বিহদাঁত আকৌ নেজৰ ফালে থাকে—সি নেজেৰে ছাট মাৰি দংশে। পিচে যিহকে কৱ বোপাই, সাপে খোটা মানুহ তিনিভাগ ভয়তে মৰে—বিষত নহয়। ইয়াত মানুহৰ মনৰ বিশ্বাসৰ কথা আছে—নাই বুলিলে সাপতো বিষ নাই।

নদৰামৰ পুতেক আছিল দুটা—বাপাই আৰু সৰুপাই। বাপায়ে বিয়াবাৰু কৰাইছিল—ল'ৰা-ছোৱালীও এহাল। সৰুপাই তেতিয়াও বৰলা। দুয়োটা ককাই-ভায়ে পথাৰ-সমাৰ কৰে, ৰূপিত মাটিও আছিল পিতাকৰ দিনৰে; আহিন-কাতি মহীয়া পথাৰত পানী কমিলে আজৰি দিনত পথাৰে হোলাই গাঁত খান্দি মাছ ধৰেগৈ। এদিন ৰাতিপুৱা বাপাই মাছ খানিবলৈ কোৰখন কান্ধত লৈ পথাৰৰ ফালে ওলাই গ'ল। মনৰ জোখাৰে গাঁত এটা বাচি লৈ ৰাম-বিষ্ণু বুলি কোৰেৰে চাব মাৰিলে। গাঁতৰ মুখত পানীৰ উচালনি উঠিল; বুজা গ'ল গাঁতটোত মাছে ঠাহ খাই আছে। দুগুণ উছাহেৰে কোৰ চলাই খানেহে খানে তলানলাৰ শেষ নাই—গাঁতৰ পুং কোনোবা ধুপুৰীত। চৰীয়াটো কিমান তললৈ আছে চোৱাই যক বুলি বাপায়ে গাঁতত হাত ভৰাই দিলে; হাত বাঁউসীলৈকে সোমাল—গাতৰ তলি নাপালেগৈ। ইফালে সিফালে কুককিমেলি চাওঁতে হাতত কিহবাই বিন্ধা হেন পালে; অলপ অলপ তেজ বিৰিডিল, বিষোৱা যেনো লাগিল। ভাবিলে শিঙিমাছ। চৰীয়াটো থাকিল কোনোবা পাতাল-

পুৰীত, ইফালে বাপাই নগৰলৈ যাব লাগে দুপৰতে। সেই কাৰণে গাঁতৰ মুখত মাছ ওলাব নোৱাৰাকৈ ঘাঁহথেৰৰ সোপা এটা দি বাপায়ে ঘৰলৈ ঘূৰি আহি ভায়েকক কলে বোলে "ভাতপানী খাই উঠি তই সেই শিমলুতলৰ গাঁতটো খানিবিগৈ। মই চিন্ দি আহিছো। খানি খানি চৰীয়াটো নাপালোগৈ। মাছে খুন্দ খাই আছে, পিচে মই নগৰলৈ যাব লগা হ'ল—সকাম আছে।"

গা-পা ধুই খাই-বৈ বাপাই গললৈ। সৰুপায়ে দুপৰীয়াতে গাঁতত হাত দিলেগৈ। এপৰ বেলি খনাৰ পিচত চৰীয়াটো পালে এবুকুমান গাঁতটোৰ তলিত। পিচে চৰীয়াৰ ভিতৰত মেৰ লৈ এচৰীয়া হৈ লাংখাই পৰি আছে এডাল প্ৰকাণ্ড সাপ; মাছতাছ নাই—তেৰাই খাইমেলি গেৰেলা হৈ পৰি আছে। সৰুপাইক দেখি ফোঁচ কৰি ফেটটো তুলি খেদি আহিল—সৰুপায়ে ভিৰাই ধৰি লৰ মাৰি ঘৰ পালেগৈ।

আবেলি ককায়েক নগৰৰপৰা ঘূৰি আহি মুখহাত ধুই জলপান খাবলৈ বহোঁতে সৰুপায়ে কথাটো উলিয়ালে বোলে, "চৰীয়াত বিয়াগোম সাপ এডালহে আছিল—মাছৰ চিন্‌চাব্ নাই।" লগে লগে বাপাইৰ হাতত বিন্ধা কথাটো মনত পৰিল, হাতটো বিষোৱা যেন লাগিল, "মোক জীয়া যমে পালে ঐ" বুলি তৎমুহূৰ্তে চাঁচকৈ পৰি মুচ্‌কচ্ গ'ল। তাৰ এঘণ্টামান পিচতে বাপাই মৰিল—মাজত আৰু এবাৰো গিয়ান নাপালে।

সাপৰ বিষ বোলে ডাক্তৰ কবিৰাজে নমাব নোৱাৰে—অ'ষধ নাই। কোনো কোনো বেজে ব্ৰহ্মতালুত ধৰণী ধৰি আঢ়ৈশৰীয়া মন্ত্ৰ মাৰি বিহলঙনিৰে জাৰি জাৰি খোঁটা ঠাইলৈ বিষ নমায়। তেতেৰা বেজে আকৌ এনেকৈ বিষ নমোৱাৰ পিচত পাঁচোটা কড়ি জাৰি দলি মাৰি দিয়ে—তাৰে এটা কড়ি ঘূৰি ঘূৰি গৈ থাকে; অপকাৰী সাপটো য'তে নাথাকক তাৰপৰাই ধৰি আনেগৈ। কড়িটো মূৰত লৈ মন্ত্ৰই বইচ্ কৰা সাপটো আধামৰা যেন হৈ সুৰসুৰকৈ আহি



খোটা ঠাইত মুখ দি বিষবোৰ শুহি লয়। ক'লা পৰা মানুহটোৰ বং বদলি হৈ যায়। ওচৰতে এবাটি গাখীৰ থয়—তাতে মুখ দি সাপটোৱে বিহবোৰ ওকালি উলিয়াই দিয়ে; উস্ সেই সময়ত সাপটোৰ কি যন্ত্ৰণা—চট্‌ফটাই থাকে, গাখীৰ বাটি ক'লা পৰি যায়। আমাৰ বেজসকলে সেই কাৰণে অপকাৰী সাপটো মাৰিবলৈ হাক দিয়ে কাৰণ অকল সেই সাপটোৱেহে বিষবোৰ টানি লৈ মানুহটো জীয়াব পাৰে। সাপজৰা বেজবোৰে কাৰোবাক সাপে খোটা খবৰ পালে যেনে আছে তেনেই ঘটনাথললৈ লৰ মাৰে; তাকে নকৰিলে বোলে পাছলৈ আঢ়ৈশৰীয়া মন্ত্ৰ নাকাঁপে। সাপে খোটা সাদিনীয়া বাহী মৰা জীওৱা এনেকুৱা বেজ আমাৰ দেশত আগেয়ে বহুত আছিল। এইবিলাক বেজালিৰ চৰ্চা হৈছিল নগাঁৱৰ মায়েঙত। তাতে বহুতে গৈ শিকি বুজি আহেগৈ। আমাৰ তেতেৰাও ঘৰৰপৰা পলাই গৈ মায়েঙত সাত বছৰমান আছিল। খানিত গুণীলোক নোলালেও বহুত দিনলৈকে সাপে খোটা মানুহ আকৌ বচাৰ আশা থাকে; সেই কাৰণে সাপে খোটা মানুহ পুৰিব নাপায়; হয় পুতি থব লাগে, নহয় শটো ভূৰত তুলি পানীত উটাই দিব লাগে।

তইথক বোলা এবিধ সাপ আকৌ মুঠেই এৰেগেতমান দীঘল—দেখাত গৰীয়াখোদাইটোৰ নিচিনা। এইবিধ সাপ গছৰ ডালত থাকে আৰু ওপৰৰপৰা মাজতালুত দংশে। ধৰণী ধৰিবলৈ ঠাই নথকা কাৰণে এইবোৰ মানুহ ওজা-বেজেও জীয়াব নোৱাৰে। দেখিবলৈ জেঠিৰ নিচিনা নাইপিয়াবোৰো এবিধ সাপেই—ইহঁতৰ নেজত বোলে "কাইলৈ খাম" বুলি লিখা থাকে, গতিকে এইবিধ সাপে ফেট তুলি খেদি আহিলেও কেতিয়াও নাকামোৰে আৰু যদিহে কেনেবাকৈ কামোৰে, একোৱে বচাবও নোৱাৰে। মচোৱাগোম সাপৰ আকৌ মুখত বিষ নাথাকে, নেজতহে থাকে; ইহঁতে গাখীৰতী গৰুৰ পাছ ঠেং দুটা নেজেৰে পাক মাৰি ধৰি ওহাৰত মুখ দি গাখীৰ চুপি খায়। ফলত গৰুপোৱালিবোৰ শুকাই খীণাই

মৰে। এনেকৈ গাখীৰ চুহি খাওঁতে গৰুজনীয়ে বেছি ছাটিফুটি অমূৰি কৰিলে তাইকো নেজেৰে দংশি মাৰে। ঘৰৰ চালত আকৌ চিকামৰলী, বাঁহমৰলী আদি বহুত সাপে চিকা, নিগনি, জেঠি আদি খাই ঘূৰি ফুৰে। এইবোৰেও কেতিয়াবা অপাৰ্থকত পৰিলে মানুহ-ছুনুহ কামোৰে। লাও, জিকাৰ চাঙে চাঙে যে ভৰদুপৰীয়া পিয়াপি দি ফুৰা গাত ক'লা দীঘল আঁক থকা বগা এচাৰি হেন সাপবোৰ যে দেখহঁক সেইবোৰ কাৰ্শলা সাপ। বেং, ভেকুলী, জিঞা, পাখিলা খেদি খাই ফুৰে। মানুহৰ চাং পালে বিজুলী বেগেৰে পলায়। ইহঁতৰ বিষো নাই, মানুহো নাকামোৰে। ঢোৰাসাপৰো বিষ নাই; গা-গধুৰ সাপ, পানীত থাকে, মাছ বেং খায়। ঠেকত পৰিলে খোটে কিন্তু বিষ নাই কাৰণে অপকাৰ নহয়—মাথোন চেক্‌চেকায়। কাৰ্শলা আৰু ঢোৰাসাপে ডাঙৰ ডাঙৰ ভেকুলী গিলি টোটোলা উথহাই থয়; পূৰাকৈ গিলিব নোৱাৰি চেঙালুটি পাৰি থাকে।

সাপৰ ৰজা হ'ল শঙ্খচূড়—ক'লা চিক্‌চিকিয়া সাপ; দীঘলীয়া গাত হালধীয়া ফুলবছা—গহীন গম্ভীৰ। বনৰীয়া অশোক ফুলৰ গছৰ আশেপাশে থাকে। বৰ বিষাল সাপ—ইয়াৰ উশাহ লাগিলেও বোলে সকলুবা প্ৰাণী মৰে। অতি ধীৰ, গম্ভীৰ কাৰণে ই চিকাৰ খেদি ধৰিব নোৱাৰে; এঠাইত বৈ থাকি আগেদি পাৰ হৈ যোৱা চিকাৰৰ গালৈ ই বিষ উশাহ মাৰি পঠিয়ায়—চিকাৰটো জথৰ হৈ মৰে; তেতিয়া স্বৰ্গদেৱে লাহে ধীৰে গৈ আহাৰ কৰেগৈ। শঙ্খচূড়ৰ গাত এটা হাতীৰ বল। কথা আছে বোলে ডাঙৰ ডাঙৰ জন্তুকো শঙ্খচূড়ে মেৰাই ধৰি গাৰ হেঁচাৰে জন্তুটোৰ হাড়মূৰ ভাঙি গুড়ি কৰি পেলায়। অজগৰ সাপবোৰে যেনিবা সমূলি লৰচৰ কৰিব নোৱাৰে। ইহঁতৰ এবিধৰ গাটো ঘূৰণীয়া নহয়, চাৰিচুকীয়া; সেই কাৰণে ইহঁতক ঢেকী সাপো বোলে। অটব্য হাবিত থাকে। মুখখন মেলি হা কৰি উশাহ লওঁতে সকলুবা চৰাই-পছু বতাহৰ ঠেলাতে আহি ইহঁতৰ মুখত



সোমাই যায়হি। অজগৰে ঠাইতে মুখখন জপাই গোটে গোটে গিলি থয়। হাবিত বহুতদিন একেঠাইতে পৰি থকা কাৰণে ইহঁতৰ গাৰ ওপৰতে বনঢেকীয়া গজি হাবি কৰে—মাথো মূৰটো ওলাই থাকে। গতিকে কোনো জীৱ-জন্তুৱে ইহঁত থকা ঠাইৰ গম নাপায়। এইবিধ সাপ আগেয়ে ঢেৰ ওলাইছিল—হাবিয়ে জঙ্গলে ইহঁত থকা গম পালে গাঁৱৰ মানুহে বাঁহৰ জোং চাঁচে আৰু এইবোৰৰে নেগুৰৰ ফালৰ পৰা সাপটো মাটিৰে সৈতে শালি থৈ দিয়ে। কিছুদিনৰ মূৰত সাপটো মৰি যায়।

পিচদিনা ৰাতিপুৱা বৰশী দুটা হাতত আৰু মোনাটো কান্ধত ওলোমাই লৈ মিৰিগাঁৱৰ পৰা বিদায় ললো। নিৰ্মলি দিয়া আলিৰ ওচৰ পায়েই গামে কোৱা কথা মনত পৰিল। মনতে বোলো এই কালডাহীজনী আজিকালিও আছেনেকি প্ৰমাণকে চোৱা যক। নিৰ্মালি দিয়া আলিয়েদি ডেৰমাইলমান আগুৱাই গলো পছিমমুৱা হৈ। বাওঁফালে অটইৰ হাবি—দিনতে এন্ধাৰ। মথাউৰিৰ ওপৰত সাপসুপ একো চকুত নপৰিল। অগাইধনি হাবিৰ মাজত হলোবান্দৰ কেত-বোৰেহে কিচিৰমিচিৰ কৰি চিঞৰা-চিঞৰি কৰিছিল।

এবাবাৰীথনৰ কাষ পাই পিচে গাটো জিম্‌জিমাই গ'ল; কেনিও সাৰসুৰ নাই—কেউফালে কাঁহ পৰি জীণ যোৱা নিমাত নিতাল। বাওঁফালে ছকুৰি নলমান দূৰত এজোপা বুঢ়া বৰগছ—তাৰ ঢোকা শিপাবোৰে এখন ৰাজ্য জুৰি আছে; নকৈ ওলোৱা কোমল ৰঙচুৱা ঢোকাশিপা কিছুমান তললৈ মু-কৈ ওলোমাবাহুলি দিয়া সাপবোৰৰ দৰে বতাহত দুলি আছে। গছজোপাৰ ধপলাধপল পাতবোৰৰ মাজেদি বেলিৰ পোহৰ সোমাব পৰা নাই—তলখন অন্ধকাৰ। গামৰ মুখত শুনা কালডাহীৰ ডেৰা এইজোপা গছেই হব বুলি আলিৰপৰা নামি বৰজোপাৰ ফালে হাতত সাৰে ভৰিত সাৰে আগবাঢ়িলো।

তেতিয়া ভৰদুপৰীয়া। বেলি মূধচত উঠিছে। হাবিৰ মাজত

পিচে সন্ধ্যা লগা যেনহে লাগিছিল। ঢকাচমকা এন্ধাৰ। ঠাইডোখৰ কিবা সেমেকা আৰু গৰম। বহুদিনীয় এৰাপৰলীয়া ঘৰবাৰীৰ দৰে পঁচা পঁচা গোন্ধ। শুকান গছৰ পাতবোৰৰ ওপৰত নিজৰ খোজৰ মেৰেক্ মেৰেক্ শব্দ শুনি মাজে মাজে ভয় খাইছিলো। তাতে ৰৰণী দুটাও গছৰ ডালত বাৰে বাৰে লাগি লাগি ধৰে। বাৰে বাৰে চক্ খাই যাওঁ। কেউফালে নিজান—শ্মশানৰ দৰে। মনতে এবাৰ ভাবিলো ঘূৰিয়েই যাওঁ—নৰমনিচৰ অসাইধ কাম সাধিবলৈ ভগৱন্ত বস্তুৰে নন্দীৰামক চৰ্জা নাই। পিচে মনে নামানিলে—বোলো এই শৰীৰত হাতীৰ বল, বুকুত পাৰৰ কলিজাই নুশুৱায়। মানুহ এবাৰহে মৰে—অপযশ বদনামৰ কিন্তু সীমাসংখ্যা নাই। এই ভৰ বয়সতে মনটো ধিলাই দি সাহপিতৰ মূৰ খাই পলৰীয়া নামটো চপাই লওঁ কিয় ? ভূত-পেৰেত বহুত দেখিছো, বহুতক বইঁচো কৰিছো—কিন্তু কালডাঁহীৰ নামেহে গাৰ নোম ডাল ডালকৈ থিয় কৰিলে। ভাইগত যি আছে হব বুলি গছৰ তলে তলে বাট বুলিলো। চৰণেহে জানে মৰণৰ ঠাই। যমদেৱতা অনবৰত পাচে পাচে আছেই! বৰজোপাৰ ফালে আগবাঢ়ি যাওঁতে বুকুখন কেনেবা কেনেবা লাগিছিল। বোলো আথানিত পৰি মৰিবলৈহে আহিলো হবলা! হাবিতলীখনত কেউ-ফালে গৰু-ঘোঁৰাৰ সিঁচৰতি হাড়-মূৰেৰে ভৰি আছে; মানুহৰ জঁকাও দুই চাৰিটা আছিল ছাগৈ—ভালকৈ টলকিব নোৱাৰিলো। কতো চৰাই-চিৰিকতি এটাও দেখিবলৈ নাই। এখোজ দুখোজকৈ নতুন চোৰৰ দৰে আগবাঢ়ি গলো। কোন মুহূৰ্তত কাসডাঁহীজনীয়ে উৰি আহি খোট মাৰেহি ঠিক নাই। এলেকাৰ সীমা কিজানি পালোহিয়েই। কালডাঁহীয়ে দূৰৈৰ পৰাই তেজ শোহাটো সঁচা কথা হব পায় দেই—গাটোও দুৰ্বল দুৰ্বল যেন লাগিছিল। কুহুম যোগনিয়াৰ ৰোযেচৰ কমাৰে ৰেল লাইনৰ লোহা পিটি গঢ়ি দিয়া নেলীয়া কটাৰীখন খোচোনাৰ পৰা উলিয়াই সোঁহাতে ললো—বোলো সাপেও মাৰিব খোট, ময়ো মাৰিম পূৰ্ণহতীয়া কোব। সৰু সাপ যদি



দুটুকুৰা হব; শকত সাপ যদি আধা ছিগিব, গাঁৱৰ জীয়াৰী বোৱাৰীক বাঁৰী কৰিবলৈ জীয়া যম আৰু জীয়াই নাথাকে। বাঁউসীটো লবাই চালো জোৰ বেছ আছে। নেলীয়া কটাৰীৰ ধাৰত থিয়ৈ থিয়ৈ কলপাত কাটিব পাৰি। বুকুলৈ সাহ আহিল—কমৰত জোৰতো আছেই—নাই ৰঙামাটি নাই গুৱাহাটী—এইবাৰ শেনৰ এজাত বুলি দং দং কৰে আগুৱাই গলো।

হাবিডোখৰৰ মাজতে দুনলমান পিতনি—ওপৰত মকৰাৰ জালে ধোঁৱাকোৱা কৰি থৈছে। সৰু গাঁঠি তল যোৱা ক'লা বোকা আঁঠুৰ নামত পৰা পানী। বিহমেটেকাৰ ৰাজ্য, ভেকুলী আৰু জোকেৰে ভৰা। মহজোক, চেলাপেটি দুইবিধ আছিল হেন পাওঁ—মই ৰামত থাকোঁতেই লেউলেউকৈ খেদি আহিছিল।

পিতনিডৰা পাৰ হৈ দহ বাৰ নল দূৰতে বৰগছজোপা—তাৰ সিকালে অগাইধনি হাবি। চাৰিটা গজগজীয়া মানুহে বগাই নোপোৱা বৰগছজোপাৰ বুকুতে দুটা মানুহ ওলাব সোমাব পৰা, আমাৰ বগাই চোৰে বেৰাকাঁহী উলিয়াবলৈ বৰঘৰত দিয়া সিন্ধিটোৰ জোখৰ বম্বাই ধোন্দ; কালডাঁহীজনী তাতে থাকে বুলি আন্দাজ কৰিলো—তাই নিশ্চয় বেছ শকতেই হব। গাটো জিকাৰ মাৰি সাৱধান হৈ ইফালে সিফালে চালো আৰু আগবঢ়াটো ঠিক হবনে নহয় শেষবাৰলৈ ভাবি লওঁ বুলি অকণমান ৰলো।

এনেকুৱাতে বোপাইহঁত পাতাল ফুটা হেন শব্দ এটা শুনি গা হিম হৈ গ'ল, বুকুৰ তেজবোৰ গোটমাৰি থলমাথলম হোৱা হেন লাগিল —হাতভৰি বেঙেমুতা গৰুৰ দৰে থৰ্থৰকৈ কঁপিবলৈ ধৰিলে। মূৰটো আচন্দ্ৰাই কৰিলে, হাবিখন যেন মোৰ চাৰিওফালে হাঁহে ঘূৰাদি ঘূৰিবলৈ ধৰিলে, চকুৰ আগত সৰিয়হ ফুল ফুটিল; আঁঠু দুটাৰ জোৰা ঢিলা হ'ল, মই ঠাইতে বহি পৰিলো—। ক্ষন্তেকতে পিচে গিয়ান পাই হাতটো টিপামাৰি ধৰি সুৰেন কবিৰাজৰ দৰে নাড়ী চালো—টিপটিপ কৰিছে—তাকো বৈ বৈ। বোলো হক তেও, নন্দীৰাম

এতিয়াও জীয়াই আছে পিথবীৰ ভাৰ বঢ়াবলৈ। কলঢোপ কলঢোপকৈ হলেও জীৱটো আছে—ওলাই যোৱা নাই।

শব্দটোনো ক'ৰপৰা হ'ল, কি কথা থিৰাং কৰিব নোৱাৰি ঠেৰেঙা লগা-বুৰ্বকৰ দৰে ঘোঁৰা ছহীচৰ দৰে ইফালে-সিফালে, চাই থাকোঁতেই ক'ৰবাৰপৰা হলো বান্দৰ এটা হঠাৎচোন মোৰ গাতে পৰিলহি। হাতৰ নেলীয়া কটাৰী হাততে থাকিল—মই জাঁপ মাৰি দিলো। সিও পিচে বেছ ভয় খালে দেই—কোক্ কোক্ কৰি চিঞৰ মাৰি একেজাঁপে পাৰ হৈ মোৰ মুখৰ পোনে পোনে পৰিলগৈ; চিঞৰাৰ দৰে দাঁতকেইটা নিকটাই কিচিৰমিচিৰ কৰি আকৌ থিতাতে নাইকিয়া হ'ল। মই আকৌ বোলো ইয়াক কিহে পালে? কথা নাই বতৰা নাই চিঞৰে কিয়? মই কিবা তাৰ জোনৰ নেকেৰৰ?

এইবোৰ ভাবিগুণি থাকোঁতেই বান্দৰটো যি কালৰপৰা আহিছিল সেইফালে ভাঠ হাবি-বননি লৰা যেন পাই চকু দিলো। আকৌবা কি ওলায়হি! বহি থকাৰপৰাই চুঁচৰি জোপোহা এটাৰ দাঁতি পালোহি। হাবিৰপৰা যিটোহে ওলালে, তাতকৈ কালডাঁহীজনী ওলোৱা হলেও কম ভয় খালোহেঁতেন। ধুতি কুৰ্তা পিন্ধা এজন মানুহ, হাতত এটা বন্দুক। মনতে বোলো এওঁ বান্দৰ খেদিছে—কিবা চিকাৰ কৰাৰ মতলব হব পায়। কিছুমান মানুহৰ এইবোৰ অপুদঘাৎ চখো আছে নহয়। পিচে বোলো মই হাবি-বন লৰালে বান্দৰ বুলি ভাবি তাহানিৰ দশৰথ ৰজাৰ দৰে এওঁ মোৰ গালৈকে গুলী চলাব। লগে লগে নন্দীৰামৰ দফা ঠাণ্ডা। নাৰায়ণ! তাতকৈ কালডাঁহীৰ খোট খাই মৰাই ভাল আছিল—কি হেন পুৰুষৰ ভাইগত বিধাতাই কি হেন মৰণ লিখিলে! ত্ৰিভুবনত বৈ বৈ যাব বোলে বান্দৰ মৰা গুলী খাই নন্দীৰাম স্বৰ্গগামী হ'ল। গতিক বুজি মই জোপাটোৰ আঁৰতে জড়ভৰত হৈ লুকাই থাকিলো।

মানুহটোৱে ক্ষন্তেক ইফালে সিফালে চাই আহাবাটেই হাবি ভাঙি ভাঙি গলগৈ। অহাযোৱা কৰোতে লোং এটা হৈছিল। ময়ো হাতত সাৰে ভৰিত সাৰে সেই বাটে পাছ ললো—গা বচাই দূৰে দূৰে দেই! হাবি ঠেলি ঠেলি অকণমান দূৰ যোৱাৰ পিচতে দেখিলো মুকলি অময়াপুৰী হেন ঠাই। অপেস্বৰীৰ ৰাজ্য! সিমূৰে এটা খেৰী পঁজাঘৰ। মাজত প্ৰকাণ্ড এখন পাম—শাৰী শাৰী জোপা জোপা গছ। পাতবোৰ তলকালে ৰূপচকলীয়া, পোহৰত তিৰ্‌বিৰাই আছিল। বাওঁফালৰ শাৰীৰ গছবোৰৰ পাতবোৰ দীঘলীয়া, দাঁতিত খাপকটা, ৰূপালী কলি। সেইবোৰ চিনি পালো—ভাং। ধপলাধপল পাতৰ পিঠিফালে ৰূপোৱালী ৰং দিয়া গছবোৰ চিন নাপালো। এইহেন অগাইধনি হাবিৰ মাজত নৰমনিচৰ চকুৰ আঁৰত ইমান লুকাই-চুৰকৈনো এইবোৰ কিহৰ পাম, কিহৰ খেতি বাতি ভাবি থাকোঁতে চকু পৰিল ৰূপচকলীয়া ধপলা পাতৰ গছবোৰৰ ডালে ডালে বগা কাপোৰৰ টোপোলা একোটা। ঘপহ কৰে আমাৰ বিষ্টুকান্ত বোপাৰ কথাবাৰ মনত পৰি গ'ল—অ' এইবোৰ কিবা বোলেনে কানিৰ গছ! ঘাই শাক মৰলীয়া এতিয়াহে বুজিলো কথাৰ গুৰি ক'ৰবাত! কালডাঁহীৰ ডেৰা বুলি ভয় খুৱাই ইহঁতে এইছোৱাত চৰকাৰৰ চকুৰ আঁৰকৈ কানি ভাঙৰ পাম খুলিছেহি। মই দিহিঙে দিপাঙে ঘূৰিপকি ফুৰা মানুহ, কিজানি কোনোবা পাকচক্ৰত অনাইবনাই এইখনত ওলাওঁহিয়েইবা সেইবাবে মিৰিগামে এইডোখৰ ঠাইত পিংপিঙাই ফুৰিবলৈ কালডাঁহীৰ ভয় দেখুৱাই থোৰতে সঁকিয়াই থলে। গবাকীজনবা কোন? মহাৰাণীৰ চৰকাৰক চোৰাংকৈ এইবোৰ অসঙ্গাতি বস্তুৰ খেতি কৰিবলৈ ভাল এনেহেন ঠাইখন উলিয়াই লৈছেহি দেই—সিও হেৰিয়াৰ পুতেক কম টেঙৰ নহয়। ঠোটমোট চেলেকি যোৱা বাটেই উভতি আহিলো। কালডাঁহীৰ কথাও এবাৰো মনত নপৰিল। দিনটোও এনেয়ে গ'ল। বোলে দিন গৈল মিছা কাজে ৰাতি গৈল নিন্দে!

কথাটো পিচে কেইবাদিনলৈকো মনত গাজি গুমৰি আছিল। কৈ মেলি মন পাতলাবলৈকো মনৰ জোখাই মানুহ এটা পোৱা নাই।

পামৰথীয়াটো হলে বেছ সিয়ান দেই। বন্দুক এটা লৈ পামাৰ চাৰি-সীমালৈ অহা চৰাই-চৃকতি শিয়াল-বান্দৰ যিহকে পায় তাকে গুলীয়াই মাৰি ঠাইখন নিজান নিতাল কৰি থয়, তেহে মানুহে কালডাঁহী আছে বুলি ভাবিব। অৱশ্যে ইয়ো একপ্ৰকাৰ কালডাঁহীয়েই দেই। ঘোঁৰা টিপিলে কি নিটিপিলে, সিফালে তোমাৰ ছুকুৰি নল দূৰত জুপুকা মাৰি বহি থকা থাওকতে লেঠাটো মৰিল—কি হ'ল গমকে নোপোৱা। তাতে লঠামূৰা হলৌবান্দৰখনে আফুৰ ডালিমবোৰ ভাঙিছিডি পেলাই ছাগৈ দেই—সিহঁতেও আকৌ বৰ উৰহী গছৰ ওৰ লৈ ফুৰে নহয়—ক'ত কি আছে নাছে!

দুসপ্তাহমানৰ পিচত কাৰ্তিকচাপৰিৰ গামৰ তালৈ আকৌ এবাৰ যাওঁতে কথাটো উলিয়ালো। বোলো, "গাম মোক হবলা ভুৰু-কিয়ালা? কালডাঁহীৰ ভাবুকি দি তোমাৰ কানি ভাঙৰ খেতিখোলা মোৰপৰা লুকাব পাৰিবা বুলি ভাবিছিলা নেকি?"

মিলমিলীয়া চকু দুটা নেমুটেঙা হেন কৰি মোলৈ অকণমান পৰ চাই থাকি গামে বোলে, "অ' সেইখিনিতে বৰগছ এজোপা আছে হয়। তাৰ সিফালে পাম এখনো আছে। পিচে কিহৰ পাম এতিয়াহে জানিলো। সেই উত্তৰ পাৰৰ ডাংবৰলা এটাৰ পাম। মাজে মাজে ইয়াত লাওপানীৰ জুতি লবলৈ আহে। কিহৰ পাম আমি খবৰ কৰা নাই। আহযাহো কম গতিকে গম নাপাওঁ।

"পিচে, এটা কথা তোৰ ভাইগ ভাল, বিৰচতিৰ দশা হব পায়, তই প্ৰথমৰ বৰগছজোপাৰ গুৰিতে ৰলি। কালডাঁহীৰ খোবোং থকা আচল বৰগছজোপা আৰু এমাইলমান ভটীয়াই গলেহে পায়। তই যে সেইছোৱা নাপালিগৈ প্ৰাণে বাচিলি। ল'ৰাৰ মাকৰ মূৰত ধৰি শপত খাই কৈছো বোপাই মোৰ কথাত অকণো ভাঁজ নাই। তই সেইখনত পিন্‌পিনাই ঘুৰিবিবিগৈ। সাক্ষাৎ যমৰ লগত চেংগুটি ভটাগুটি খেলি ঘূৰে ভৰি কাঢ়িব নালাগে বোপাই। ভগবানে আয়ুসত যি কেইদিন চাউল দিছে সেই কেইদিন ওপৰলৈ পানী ছটিয়াবৰ দৰকাৰ নাই। সময় হলে ভগবানে নিজেই ডাক দিব নহয়! আখটি কৰি অমঙ্গল মাতিব লাগিছে কেলেই?

"পিচে এই পামখনৰ কথাটো গম পালো ভালেই হ'ল—চৰকাৰী পুলিচক খবৰ এটা দিব লাগিব।"

নৰ আঁউসীৰ ৰাতি উত্তৰাজানৰ শ্মশানত কন্ধে চিঞৰে। বালি-গাঁৱৰ সাতখন গাওঁ বজনজনাই যায়। উত্তৰাজানৰ পাৰে পাৰে দীঘল দি থকা লখিমী পথাৰৰ বিড়িয়াইদি ৰাতি বিয়লি মানুহ-দুনুহ অহাযোৱা নকৰে; এন্ধাৰৰ মাজত পুৰণিকলীয়া জোপোহা গছবোৰেৰে সৈতে উত্তৰাজানৰ পাৰৰ শ্মশানখন বৰ ভয়লগা—নানা অপদেৱতাই বেলেগ বেলেগ ৰূপ লৈ নৰমনিচক চলে। কেতিয়াবা ক'লা লৰা হৈ আগতে থিত্ দিয়েহি; কেতিয়াবা মেকুৰীৰ ভাও ধৰি অগাদেৱা কৰে। মাজে মাজে ৰূপ সলাই কোমোৰাটো হৈ আগে আগে বাগৰি বাগৰি গৈ থাকে। লেংলেঙীয়া দ'তে দীঘল হাত মেলি ভাৰপাচিৰ পৰা শাক-পাচলি নিয়ে। ঘটাকোবোৱাত জাল বাই অনা লাং-ৰবালি, ক'লা লিকলিকিয়া বাকে খৰাৰপৰাই লৈ যায়; মাছখিনি খাই হাড়মূৰবোৰ খৰাত ভৰাই থৈ যায়হি। সাহিয়াল জালোৱাই বাক দেখিলে কঁকালৰ মিত্‌দাখন সোঁহাতে লয়—একে কোবতে বাকৰ মূৰ ছিগে, লগে লগে বাকটো মূৰকটা ঢোঁৰাকাউৰী হৈ ধৰফৰাই থাকে, পিচে তেজ নোলায়। জানৰ কাষতে দীঘলীয়ালৰ চুক; তাতে আঠ-ন ঘৰ মানুহৰ বসতি। তাৰে বলোদেউৰ ঘৰৰপৰা বোলে বিহুৰ কাৰণে ভজা পিঠাপনা ক'লা ল'ৰাই বেৰ ফালি হাত সুমায় খুজি খায়। ভজা মাছ পোৰা বেঙেনাও এইদৰে নিয়ে। ৰাতিবিয়লি উত্তৰাজানৰ পাৰেদি যাবলগা হলে ৰাইজে হাতত জোৰটাৰ আৰু এমুঠি বগা সৰিয়হ লৈহে যায়। দিনৰ বেলিকা মই উত্তৰাজানত সদায় বৰশী বাওঁ—একো লগভাগ পোৱা নাই কাহানিও; মাথোন ঠাইখন বৰ নিজান নিজান লাগে। ৰাতি সেইফালে যাবলগীয়া

হোৱা নাই—এইবোৰ লোকৰ মুখত শুনা কথাহে। চকৰা বেজে বোলে ভূত, বিৰা পোহে। মৰ আঁউসীৰ ৰাতি বগা সৰিয়হ এমুঠি লৈ উত্তৰাজানলৈ ওলাই যায়—ভূতৰ গাত সৰিয়হ মুঠি মাৰি কণামুণা কৰি জোলোঙাটো কাঢ়ি লৈ আহে। জোলোঙাটো ঘূৰাই নিবলৈ ভূতটোও লগে লগে আহে আৰু বইচ হৈ চকৰা বেজৰ গেৰাৰি খাটেহি। জোলোঙাটো চকৰাই বৰ সাৱধানে ৰাখে—ভূতৰ খাটনিৰ মিয়াদ শেষ হলে সেইটো ঘূৰাই দিয়ে আৰু য'ৰ ভূত ত'লৈ গুচি যাবলৈ কয়। ভূতটোৱে যাওঁতে চিন স্বৰূপে ওচৰৰে গছৰ ডাল এটা ভাঙি থৈ যায়। চকৰা বেজক দেখিলে বোলে সৰুসুৰা ভূত পলাই পত্ৰং দিয়ে। বেজে পিচে গহীন গম্ভীৰ বুঢ়াডাঙৰীয়াক কেতিয়াও নোজোকায় দেই! বুঢ়াডাঙৰীয়া শান্তশিষ্ট আৰু পৰাপক্ষত কাৰো অপকাৰ নকৰা বিধৰ; কিন্তু এবাৰ কেনেবাকৈ দায়-দোষ লাগিলে আৰু ৰক্ষা নাই—খেদিকুৰি আলুৱে কলাপুলিয়ে তুলিব।

ব-লোৱাৰ ঘৰৰ গেমটায়ে নিজকে বৰ সাহিয়াল মানুহ বুলি গেলাগপত গঙ্গাটোপ হৈ ওফন্দি ফুৰে; এদিন খুদৌৰ ঘৰত জুহালৰ গুৰিত বহি ধঁপাত খাই টকচালি মাৰি থাকোঁতে লগৰ সমনীয়া মামে কলে বোলে আহাৰমহীয়া মৰ আঁউসীৰ ৰাতি তিনি পৰত উত্তৰাজানৰ পাৰৰ বুঢ়া জৰিগছৰ তললৈ যাব পৰাকৈ বুকুৰ পাট থকা পুৰুষৰ পোৱালি এইখন ভূ-ভাৰতত মোত বাদে নাই। কথা শুনি গেমটাই জিকজিকাই উঠিল বোলে, "তেনেকৈ কথা নকবা, মৰআঁউসীৰ ৰাতি তিনিপৰত উত্তৰাজানৰ জৰিগছৰ তলত বহি ভাত ৰান্ধি খাব পৰা সাহ অমুকাই বুকুত ৰাখো।" তাতে পিতাই বহি আছিল; বোলে, "ডেকা বয়সত আমোৰো সাহপিত্ কম নাছিল—পিচে আমি মূৰেভৰি কাঢ়ি ওভতগোৱে নচা নাই।" মামে বোলে, "মাটিমাহ খাবলৈ নোপোৱা হালৰ বলদ ঢেৰ আছে; সেইবুলি মাটিমাহেই খাবলৈ বেয়া নে কোনোবা বলদে পালেই নাখায়?" পিতায়ে বোলে, "ওপৰলৈ পানী ছটিওৱা ডেকালৰা তইঁত—পাৰ যদি যা; তেতিয়া মইমতালি ৰজিব।



খালি নিজৰ দেহা নিজে ৰচাই থাকিবি—আমাৰ বুঢ়াবোৰে গেলাগপক সাহ নোবোলে।"

গেমটায়ে এবাৰ ইটোৰ এবাৰ সিটোৰ মুখলৈ চাই বোলে, "আজি ৰাতিয়েই তেনেহলে মই প্ৰমাণী কৰি দিওঁ।" কোনেও পিচে "এঃ নেলাগে যাব" বুলি নকলে—মাথোন বেৰৰ সিপাৰে তামোল খনিয়াই থকা তৰবৰীয়ে কথাৰ গতিক দেখি উচ্‌পিচাই পাণ আনিবলৈ ভিতৰলৈ গ'ল।

খুদৌৰ জীয়েক তৰবৰী তেতিয়া পাটগাভৰু—তাইৰ মাটিত ভৰি নপৰে। ভগবানে চৰ্জিলেও বুলি একেবাৰে ৰূপেগুণে তিলোত্তমা সৰ্বগুণী ছোৱালী। পথাৰৰ পৰা ৰান্ধনিশাললৈকে, চকুৰ পৰা গোহালিলৈকে কোনো কামত খুঁত নাই—নিয়াৰি কামিলা হাত, চেহেৰাই-পাতিয়ে লনি উঠন শৰীৰ। গাঁৱৰ ডেকালৰাৰ মন হৰমোহনৰ দৰে ঢুলুঢুলু। তাই বেটীয়ে কালৈকো কেৰাহিকৈয়ে নাচায়; মনৰ তলিতে গেমটাইলৈকে সৰিয়হ এটামান কিৰ্‌পা ৰাখে হবলা, মুখলৈ চাই তং ধৰিব নোৱাৰো; আকাৰে ইঙ্গিতে অকণমান উমান পোৱা যায় কেতিয়াবা। গাঁৱৰ বাকীমোপা চকুচৰহা ডেকালৰাই তাকে দেখিব নোৱাৰি বি-বি বা-বা কৰে, গেমটাইলৈকো হিংসাৰ ভাব। গেমটায়েও সেই কাৰণে সিহঁতৰ আগত তিনিগুণে ডাঙ্কোপ মাৰি কথা কয়। সেইদিনাও সি তেনেকৈয়ে তৰবৰীক শুনাই মামক ঠেঙাবলৈ বৰ কথা মাতিছিল—পিচে মানুহ মৰে কৈ, পখী মৰে বৈ; কথাৰ বান্ধত পৰি সঁচাকৈয়ে যাবলগা হোৱাত এতিয়া মুখৰ মাত হৰিল, বৈ বৈ সেপ ঢুকিবলৈ ধৰিলে। কোৱাৰি চেলেকি চেলেকি এবাৰ কলে বোলে, "ৰাৰু সকলোৱে কৈছা যেতিয়া যাম আৰু আজি ৰাতিয়েই; ভাল চাই বাঁহৰ জোৰ এটা ঠিক কৰি থবা আৰু এপৰমানৰ ভিতৰতে ঘূৰি নাহিলে মানুহ-দুনুহ লৈ গৈ খবৰ কৰি আহিবাগৈ। খোজেপতি বিঘিনি—পৰুৱায়ো পাব পাৰে।"

বন্দবস্ত হ'ল যে সেইদিনা ৰাতি দুপৰলৈকে বাইজে বালিবাটতে

বহি উত্তৰাজান ৰখি থাকিব—যাতে আগেভাগে কোনো যাব নোৱাৰে। ৰাতি তিনিপৰত বাঁহৰ আঁৰিয়া জ্বলাই লৈ গেমটাই অকলে অকলে যাব আৰু জানৱ পাৰৰ দেওলগা বুঢ়া জৰিগছজোপাত ছহতীয়া চাদৰ এখন পিন্ধাই থৈ আহিবগৈ। এই গছজোপাৰ তলতে বোলে বুঢ়া ডাঙৰীয়াও বহি থাকে। এঘন্টাৰ ভিতৰত গেমটাই ঘূৰি নাহিলে বাইজে লগেভাগে গেমটাইক বিচাৰি যাব—সৰহীয়াকৈ মানুহ গলে ভয় নাই। তাতে হাতত জুই আৰু লোহা থাকিলে অপদেৱতাই বল কৰিব নোৱাৰে।

তিনিপৰীয়া ৰাতি শিয়ালে হোৱা দিয়াৰ লগে লগে গেমটাই যাবলৈ ওলাল। খুদোৰ জুহালতে জোৰটাৰ জ্বলাই চাদৰখন কান্ধত ললে। অলপ অলপ কিন্‌কিনীয়া বৰষুণো আছিল তেতিয়া। মামে "বৰ টোপনি ধৰিছে" বুলি শুবলৈ গ'ল। বাইজে ভৰামৰ বাৰীৰ চুকৰ পৰা গেমটাই যোৱালৈ মনে মনে চাই আছিল—কেউফালে এন্ধাৰে গৰাহ মাৰি ধৰা মুকলি পথাৰখনৰ মাজে মাজে জোৰটাৰ ধনগুলৈৰ দৰে টিমিকঢামাক কৰি জঁপিয়াই গৈ আছিল। মানুহটো এনেয়ে নেদেখি, মাজে মাজে বিজুলী মাৰিলেহে বিণিকি বিণিকি চকুত পৰে। বৰষুণৰ পানী পৰি জোৰটাৰ অলপ অলপ মোলান পৰি গৈছিল। পথাৰখন পাৰ হৈছে নহৈছে এনেতে জোৰটাৰ একেবাৰে নুমাই থাকিল। অকণমান পৰৰ পিচতে জানৱ পাৰৰ গছবোৰত এজাক চৰায়ে কোৰ্হাল কৰি উৰিবলৈ ধৰিলে। লগে লগে গেমটায়ে "মৰিলো ঔ" বুলি বিকট চিঞৰ এটা মাৰিলে। বাইজে জোৰ আঁৰিয়া লগাই দলেবলে দৌৰি গ'ল। বুঢ়া জৰিজোপাৰ বৰশিপা এডালতে মুখ দি গেমটাই হামখুৰি খাই পৰি আছে; মুখেদি ফেন ওলাইছে আঁৰৰীয়া বেমাৰীৰ দৰে—মাজে মাজে একোচমকা খলমা-খলম তেজ। গিয়ান নাই, বেহুচ্—। বাইজে কোনোৰকম ধৰিমেলি গেমটাইক খুদোৰ ঘৰলৈকে লৈ আহিল; তাতে মুৰত পানী ঢালি গাত সেক্‌পোটক দিয়াত যেনিবা গেমটায়ে চকু মেলিলে। মুখত অকণমান গাখীৰ দিলত সেপ ঢুকিলে, জিভালৈ জীপ্ আহিল; তাৰ পিচত তাৰ মুখত কথা ওলাল। উস্— সেয়া কি বলকনিৰ কোব! লেথাৰি নিছিগাকৈ, উশাল নসলোৱাকৈ বাক্ৰাং বিক্ৰিং বলকি জলকি গেমটায়ে ৰাতিটো পুৱাই দিলে। আগ নাই গুৰি নাই খালি বুঢ়াডাঙৰীয়াৰ কথা। চকু দুটা হেঙুল যেন ৰঙা, গাত তিৰকঁপে জ্বৰ আৰু মুখত লানি নিছিগা কথা! ৰাতিপুৱা আমি আটাইবোৰে চাংদোলা কৰি নি ঘৰত থৈ আহিলোগৈ। গৈ থাকোঁতেও সি বলকিয়েই আছিল—মাজে মাজে চাঙিতে উঠি বহে। কেইজনমানে হেঁচা মাৰি ধৰি আকৌ শুৱাই দিলে। ঘৰ পায়ো তাৰ বকনিৰ শেষ নহ'ল—খাৱন নাই শোৱন নাই তিৰিং বিৰিং বকিয়েই আছে। পাগলৰ বলকনি আৰু কিমান শুনিবা? আমি সকলোবোৰ ঘৰাঘৰি গলোহঁক।

পিচদিনাখনো শুনিলো বোলে গেমটাইৰ বক্ৰিতা বন্ধ হোৱা নাই। নছুওজা আহিল, চকৰ বেজ আহিল, বিহলঙনিৰে জাৰিলে, ভূতে পালে বুলি তেল সানি সৌকা ঢালিলে, বিহ জলকীয়া ভাঙি জুইত দি শুঙালে, গাত সানি দিলে। গেমটায়ে কেৰেপকে নকৰিলে। মাজে মাজে ৰঙা টেলেকা চকু দুটা টিপিয়াই হাঁহে আৰু ওলোটা-শুভোটা বলকে। খোৱাশোৱাৰ লগত সম্বন্ধই নাই। বেজে কিবাকিৰি অসমীয়া দৰবো খুৱাবলৈ দিলে, কোনোৰকম এঢোক গিলিলেও মুখ বিকটাই বাটিটো বেজৰ গালৈকে মাৰি পঠিয়ায়।

বলকি বলকি চৈধ্যদিনৰ দিনা গেমটাই আকৌ বেহুচ হৈ পৰিল। ইতিমধ্যেই দেহাত হাড়-ছালহে বাকী আছিলগৈ। শেহৰফালে কথা কবলৈকো গাত জোৰ নাইকিয়া হৈছিলগৈ—ফুচফুচাইহে কয়। এইবাৰ পিচে আৰু গেমটাইৰ গিয়ান নুঘূৰিল—বলকনিও চিৰদিনৰ বাবে বন্ধ হ'ল। চাৰিজনৰ কান্ধত উঠি কেও কিছু নোহোৱা গেমটাই আকৌ উত্তৰাজানলৈকে ঘূৰি গ'ল। তাতে কেঁচা বাঁহ-কাঠেৰে মৰাশটো পুৰি আমি ঘৰাঘৰি গলো।

গেমটায়ে মৰি যেনিবা ৰাইজখনৰ মুখহে মেল খুৱালে। কোনো-বাঁহত জুই লগোৱাৰ দৰে গোটেইখন গুণগুণনি ভুনভুননিৰে ভৰিল। গেমটায়ে হেনো বুঢ়া ডাঙৰীয়াৰ ঘাতী লগালে। কোনোৱে বোলে দেও লম্ভিল ; কোনোৱে বোলে নহয় পগলা হোৱাটো তাৰ ঘৰৰ সাতাম পুৰুষীয়া ৰোগ—পিতাক-ককাকো সেইদৰেই মৰিছে। সেই পুৰণা ৰোগেহে উক দিলে। কোনো কোনোৱে বোলে জৰিগছৰ শিপাত উজুতি মাৰি ভয় খাই জ্ঞান হেৰাল, নহলে সি কিবা দেখিলে বা বিবাই ভৰ কৰিলে।

গ'ল কথা গুচিল। ৰাইজৰ মাজত বি-বিয়নি অলপ দিনৰ পিচতে বন্ধ হ'ল। কিছুদিনৰ পিচত মামলৈ তৰৱৰীক খুজিবলৈ যাওঁতেহে কথাৰ ভেদ ভাগিল। তৰৱৰীয়ে চকুপানী টুকি টুকি তাই নৰঘাতকীৰ লগত বিয়া নোসোমায় বুলি কলে। গেমটাইক উচটাই উচটাই আন্ধাৰ ৰাতি উত্তৰাজানলৈ অকলশৰে পঠিয়াই দি মামে বোলে নিজে ৰগা হলোচোলা পিন্ধি পাগুৰী মাৰি বুঢ়াডাঙৰীয়াৰ ভাও ধৰি জৰি গছৰ তলতে বহি আছিলগৈ। গেমটাই ওচৰ চাপিলত লাহেকৈ উঠি হাত দুটা মেলি গহীন গম্ভীৰ খোজেৰে আগবাঢ়ি আহিল। সিহঁত দুটাৰ অৰিয়াঅৰি আছিল বহুত দিনৰ পৰাই—তৰৱৰীক বিয়া কৰোৱাৰ কথা লৈ। একো সাক্ষী প্ৰমাণ নোহোৱাত পিচে কথাটো তল পৰিল কিন্তু তৰৱৰী আবিয়ৈ হৈয়েই ৰল। ঘৰতে বোৱাকটা তাতসূতৰ কাম কৰিবলৈ ললে ; গাঁৱৰ মানুহৰ বোৱনী-দাৱনীৰ কামতো গা-খাটি দিয়ে। এনেদৰেই দুবেলা দুমুঠি খাই কোনোৰকম বৰ্তি আছে।

ভোগৰ সৰুটো ল'ৰা গেৰেউকো উত্তৰাজানৰ দেৱতাই ললে। এদিন জেঠমহীয়া দুপৰীয়া পথাৰৰ পৰা আহি সি বৌতিয়েকক বোলে, "ভাত হলনে দে।" বৌতিয়েকে বোলে, "কেঁচাখৰি, ৰৰষুণে সেমেকাই থৈছে। তাৰ উমি উমি জালত উধান পাতি মই ৰৰচকত মোৰ মূৰটো সিজাই থৈছো তই হজ কৰি আহি খাবলৈ। খৰিখেৰ এছটা চাই দিব নোৱাৰ খালি ঘৰখনত সোমালে খাওঁ খাওঁ মূৰ্তি।" তাতে ল'ৰাৰ খং উঠিল। এনেয়ে অকঁৰামুৰীয়া আকোঁৰগোজ ডেকাল'ৰা, তাতে ভাগৰে জুগৰে আহিছে ! জেঠমহীয়া ভৰদুপৰীয়াৰ ৰ'দ মূৰত লৈ সি জানৰ পাৰত খৰি কাটিবলৈ ওলাই গ'ল। ভোগে নথৈ হকাবধা কৰিছিল—ডেকাতেজৰ ভমকত নুশুনিলে। আচলতে কালৰ ডাক পৰিছিল বোপাইহঁত—গৈ পোনছাটেই সেই পুৰণি ৰৰগছজোপাৰ ডাল এটা ঘৈয়ালেগৈ। তাৰ পিচত গোণাম'হৰ গাড়ীৰে লেখৰ দুগাড়ী খৰি কান্ধত ভাৰ বৈ আনি চোতালত পেলাই থৈ বৌতিয়েকক বোলে, "তোৰ জোখাৰে খৰি লুৰি আনিলো, এতিয়া তই মৰিলে মই কতো খৰি বিচাৰি যাব নালাগে—বাৰীতে পুৰিম।" সেইদৰে কৈ ভাত-পানী নেখাই বিছনা ললে। গছ কাটি থাকোঁতেই দেৱতাই ভৰ কৰিলে হব পায় আৰেলিলৈ তিৰ্কপে জ্বৰ উঠিল। গধূলিলৈ শুনিলো বোলে গেৰেউ মৰিলেই। সি কাটি অনা খৰিৰেই তাক উত্তৰাজানৰ পাৰতে খৰি দিয়া হ'ল। বেজ-গিয়ানীয়ে কলে বোলে গেৰেউক বুঢ়াডাঙৰীয়াই ললে। কোনোবা কোনোবাই বোলে ভৰ ৰ'দত গেৰেউৱে জানৰ লেতেৰা পানী দুকাঁজলিমান খালে হব পায় ; তাতে সন্নিপাতে ধৰিলে। এবেলাৰ ভিতৰতে সেই উঠি অহা ডেকা ল'ৰাটোৰ কিনো হ'ল আজিলৈকে কোনেও উলিয়াব নোৱাৰিলে।

তোষেচৰৰ ভায়েক কটিলৌ গভাইত চোৰ। ৰাৰীৰ লাওটো কোমোৰাটো চুৰ কৰাৰ পৰা ৰৰপেৰা ভাঙি আ-অলঙ্কাৰ টকা-পইচা নিয়া ডকাইতিলৈকে সি সকলোবিধ কামতে পকা। পাকতে হাততে যিহকে পায় গৃহস্থই গম নোপোৱাকৈ তৎকালে সৰকাই নিয়ে। গঁৰিলাৰ তলেদি পিৰালি ফুৰুকি এমুঠন বেৰৰ সিন্ধিটো কটিলৌৱে চকুৰ পঁচাৰতে খান্দে। চোৰ ঘৰৰ এন্ধাৰতে পেৰা-ৰৰপেৰাৰ উমান পায়। দিনৰ বেলিকা কটিলৌ শোৱে, ৰাতি খাই-বৈ হাতত ঢিপৰাংখন লৈ ওলাই যায়। চুৰ কৰি কৰি তাৰ এক প্ৰকাৰ অভ্যাসেই

হৈ গৈছিল—ৰাতি শুলেও বোলে টোপনি নাহে ; এপাক বাহিৰ ফুৰি নাহিলে গাটো ৰাইজাই কৰে, মনটো উদাস উদাস লাগে। গতিকে নিতৌ ৰাতি কন্টিলোৱে কাৰবাৰ ঘৰত এপাক মাৰিবই—তেহেলৈ লাগে একো নেপালে আহিবৰ সময়ত গৃহস্থ-ঘৰৰ জেওবাখৰি এডালকে লৈ আহক।

সেইদিনত গাঁৱত মানুহে চোৰৰপৰা ৰইখা পাবলৈ কুকুৰ পুহিছিল। ভতুৱা মৰকেলেপ্ ফাঁপৰে ধৰা কুকুৰ নহয় দেই—বাঘা কুকুৰ, চকুৰ জোৰ যিমান দাঁতৰ জোৰ তাতকৈ বেছি। কলাফুলত একামোৰ মাৰিলে এবখলা একৰাই নিয়ে। ৰাতিবিয়লি পদূলি মুখত চিনাকি-অচিনাকি যাকে দেখক এটা কুকুৰে ভুক কৰিব, লগে লগে গোটেই গাওঁ কুকুৰৰ ভুক্-ভুকনিৰে বৌজাল-বৌজাল। থেদেও বুলি শিশুপাল খেদা—ছাতি-লাঠি কানিকাচুটি এৰি বাটকৰাৰ পলাবলৈ তৰ্দ্ধৰণি হেবায়। এনেহেন জয়াল কুকুৰেও কিন্তু কন্টিলোক দেখিলে ভুক্ নকৰে। মানুহে কয় বোলে কন্টিলৌৱে জেপত মালপোৱা পিঠা লৈ ফুৰে ; সেইবোৰ পিচে মিছা কথা দেই—তাক কোনে পিঠা ভাজি দিব ? আচলতে গাঁৱৰ কুকুৰ কেইটাৰ লগত কন্টিলৌৰ মিতিৰালি। আহোঁতে যাওঁতে গুড় একণ চেলেকাই যায়। ভিন গাঁৱত ৰাতি ফুৰিবলৈ গলে পিঠাগুৰিৰ লগতে জাতিলাও গছৰ উত্তৰফালৰ শিপা এডাল ৰাতি পিঠা এটা কৰি লৈ গৈ খুৱায়গৈ, তেতিয়া বোলে কুকুৰৰ মাত নোলোৱা হয় আৰু কামুৰিবও নোৱাৰে। যি নহওক গাঁৱে পৰগাঁৱে যতবোৰ জবৰ কুকুৰ আছে এটাইবোৰ কন্টিলৌৰ ওচৰত বইচ্।

জয়দেউৰ কলী কুকুৰজনীয়ে পিচে কন্টিলৌৰ চাটকে নসহিছিল। সেইজনী কুকুৰে নেখেদা মানুহ নাই। এবাৰ জয়দেউৰ বিয়ৈয়েক মিতিৰ খাবলৈ আহক। ৰাতিপুৱা কাউৰী-কুকুৰ মাটিত নৌ-পৰোতেই বুঢ়া উঠি, বাহী ফুৰিবলৈ গ'ল। তাৰ পিচত মনটো ছাগৈ পাতল পাতল লাগিছিল, কুঁৱলী বোলোৱা ফৰকাল পুৱা ; ক'লা



কম্বল এখন মূৰে-গায়ে ঘুম মাৰি লৈ বুঢ়াই ন-মিতিৰৰ বাৰীয়ে-ঘৰে চুকে-কোণে অ'ত ত'ত ভুমুকিয়াই ফুৰিছিল। জয়দেউৰ কলীজনীয়ে আকৌ তেতিয়া পোৱালি দিছিল গোহালিৰ পাচফালে খৰি থোৱা চাঙৰ তলতে। বিয়ৈদেৱে গোহালিতো ভুমুকি এটা মাৰি ঘূৰিবলৈ ধৰোতেই কলীয়ে গম পাই ঘেউ ঘেউ কৰি চোঁচা ললে। কুঁৱলীৰ মাজত ক'লা কম্বলখন লৈ বিয়ৈকো ছাগৈ দেখিবলৈ হৈছিল এটা দেই! কলীয়েও ভয় খালে, বিয়ৈয়েও এইটো আকৌ কি ওলালহি বুলি ভিৰাই ধৰি লৰ মাৰিলে। কলীয়ে পাচে পাচে খেদি আহিল। আগফালৰ দুৱাৰখন বন্ধ আছিল, গতিকে বিয়ৈদেউৰ কলাফুলৰ এবকটা গ'ল। তেজেৰে চোতাল ৰঙা বাঙলী। গোটেইখন হায়ৌ-বিয়ৌ লাগিল। মিছন আস্পতাললৈ গৈ পেটত সোতৰটা বিয়াগোম বেজী লৈহে বিয়ৈদেউ সেই যাত্ৰালৈ ৰক্ষা পৰিল। পিচলৈ পাচে কাহানিও গৰখীয়াদ'লত মিতিৰ খাবলৈ বিয়ৈদেউ ঢুনাই নাহিল দেই! পেটত বেজী লোৱাৰ বিষটো বিয়ৈয়ে মৰাৰ দিনলৈকে নাপাহৰিলে। পিচত জীয়েককো লৈ গ'ল বোলে, "ভাল কুকুৰ-মেকুৰীৰ ঘৰলৈ ছোৱালীজনী দিলো। যিহে বাঘৰ আগতেল খোৱা জীয়া যম হেন খাইমূৰা কুকুৰ মোৰ আঁকৰী আজলী ছোৱালীজনী খাই কেতিয়াবা থিতাতে নাইকিয়া কৰিব।" জয়দেৱে বোলে, "ধলপুৱাতে উঠি গাত ক'লা কম্বল লৈ কিবা দেওভূতৰ দৰে বাৰীয়ে-ঘৰে পিন্‌পিনাই ফুৰিবা, তোমাক দেখিলে কলমটিয়াই থকা ভতুৱা কুকুৰেও খেদা ধৰিব—কলীজনীতো নেজকটা কুকুৰনেচীয়া। তাতে পোৱালি থকা।" বিয়ৈয়ে জীয়েক-জোঁৱায়েকক সৰ্বাইবন্ধাত ঘৰ এখন কৰি দি লৈ গ'ল। জয়দেৱে কলী কুকুৰজনী ঘৰৰপৰা নেখেদালে ; বোলে, "তাই বিশ্বাসী। মোৰ পো চপনীয়া জোঁৱাই হ'ল, বোৱাৰী বাপেকৰ তোলনীয়া। সেই অশলাগীবোৰক চাৰিবেলা চাৰিসাজি খুৱাই পোহাতকৈ কলী কুকুৰজনীকে পুহিম। খায়ো কম, আজোৰেও বেছি।"

সেইজনী কলীয়েই কন্টিলৌক দেখিলেই খেদে। কন্টিলৌৱেও কঁকালৰ দাখন উলিয়াই ভাওভঙ্গী কৰি তাইক জোকায়—"কলী ঔচ্ কলী ঔচ্ যেকেচ্।" কঁকালত দাখন নাথাকিলে তলৰে মূৰ কৰি হাত দুখনেৰে মাটি চুই পিথৱীখন লুটিয়াই দিয়াৰ ভয় দেখুৱায়। কলীক পিঠাপনাও যাচে দেই! পিচে কলীয়ে সেইবোৰলৈ কেৰাহিকৈও নাচায়। মুঠতে কলীক লৈ কন্টিলৌৰ এক মহা সমইচা হৈছিল। পিচত যেনিবা এদিন মিৰিগাঁৱৰ পৰা এবাটি আৰকজল আনি তাতে পিঠা সিজাই কলীক খুৱালে। কিবা বিহো দিলে হব পায়, ঢলকুচিয়াই থাকি থাকি তিনিদিনৰ দিনা কলীজনী মৰিল। তাৰ দুমাহমান পিচতে জয়দেউ ঢুকাল।

কন্টিলৌৰ মুখখন আছিল মৌজোল হেন। বাটত তোক দেখা পালে কব, "মোৰ দেউতা সোণটি ঐ—কেনিবা অহা হৈছে!" দেউতাবক পালে বাটতে দীঘল দি পৰি কব, "দেউতা ঈচৰ ঐ—বন্দী চৰণৰ ধূলিক কিৰ্পা কৰি দৰিশন দিছেহি ঐ! সেই সৰুজন ঈচৰকো যোৱা দেখিলো এইফালেদি—যেন বৈকুণ্ঠৰ পৰাহে নামি আহিছে।" এদিন তইঁতৰ এই চ'ৰাঘৰটোতে বহি থাকোঁতে কন্টিলৌক বাটেদি যোৱা দেখি মাত লগালো বোলো, "কন্টিলৌ! ক'ৰপৰা?" "বন্দী সেই নগৰৰ পৰাহে উভতি অহা হৈছে ঈচৰ। আজিকালি আৰতাৰ বাৰীৰ পৰা খুজিমাগি অনা লাওটো কচুটো চক্বজাৰত বেচিহে বন্দী চৰণৰ ধূলিয়ে কোনোৰকম দিন বঞ্চি আছো।" এইবুলি আহি চ'ৰাঘৰৰ মজিয়াতে লেপেটা কাঢ়ি বহিলহি। মুখখন বৰপুখুৰীৰ ফালে ঘূৰাই লৈ ধঁপাত এচিলিম খালে। তামোল এধানো পকটিয়ালে। তাৰ পিচত যাবৰ সময়ত সিফালেদি সোমাই তইঁতৰ বাৰীতে পকি থকা ৰঙালাও এটা লৈ গ'ল। দেউতাৰে যেনিবা কথাটোৰ উমান পাই পাচে পাচে খেদি গৈ বালিবাটৰ মূৰতে লগ ধৰি ৰঙালাওটো কাঢ়ি আনিলেগৈ। তাৰ পিচত গাৱঁৰ মাজে মাজে গৈ থাকোঁতে কন্টিলৌৰ কি গুৱাল গালি—"কটা ৰ সঁচ! হাটৰপৰা



নগদ তিনি পইচা ভৰি এই বাটকুৰি বাই ভাৰ বৈ ৰঙালাওটো আনিলো এসাজ খাওঁ বুলি—হেৰিয়াৰ পুতেকে আদবাটৰ পৰা ডকাহকা দি নিলেহি। বোলো বাৰীত ৰঙালাও এটা রুই কৰি খাব নোৱাৰ! দেশখন হেৰামৰ নেগুৰেৰে ভৰিল।"

কন্টিলৌৱে এবাৰ বোলে বৰমইনাৰ ঘৰত তামোল চুৰ কৰিবলৈ আহিল। ফৰিংফুটা জোনাক। তামোল গছত উঠি কন্টিলৌৱে থোকলৈ হাত মেলিছে আৰু এনেতে বৰমইনা বাহিৰলৈ উঠক। দুৱাৰমুখতে তামোলজোপাৰ তামোলবোৰ জোকাৰ খাই থলথলকৈ সৰিছে—ওপৰলৈ চাই বৰমইনাই মানুহ এটা যেন দেখিলে। বোলে, "সেইটো কোন অ'—তাত কি কৰিছ?" ইতিমধ্যে গৃহস্থৰ সহাৰি পাই কন্টিলৌ চোঁ চোঁকৈ নামি আহিছিল। মাটি পাই চান্দনি ডাল খুলি গাটো জাৰিজোকাৰি বোলে, "মইহে দেউতা ঈচৰ। এইফালে আহিছিলো দেউতাৰ বাৰী দেখি সোমাবৰ মন গ'ল। বোলো গৰুজনীলৈ ঘাঁহ দুডালমানকে লৈ যাওঁ।" বৰমইনাৰো ভৰঘুমটিৰ জাল; বোলে, "হৰিবোল্ এইটো পাগল নে ছাগল! তামোল গছত উঠি ঘাঁহ বিচাৰে!" কন্টিলৌৱে বোলে, "এৰা, ভুলহে হ'ল হবলা। নামি আহিলো ভালেই হ'ল—যিহে টোকাপৰুৱাৰ কামোৰ! ভাল বাৰু ঈচৰ, বন্দীয়ে এতিয়া বিদায়হে কৰো" এইবুলি তলসৰা তামোল এগাল কোঁচত ভৰাই গজৰ গজৰ গুচি গ'ল।

ৰাতিটো গুজৰি গুমৰি থাকি পিচদিনা বৰমইনাই মেল চপালে। কন্টিলৌৱে সমজুৱাৰ আগতে ভূমি চুই কৰ্ণত হাত দি বোলে, "ৰাইজে ভাল কথাবোৰ কৈছে! বন্দীয়ে নেখাই মৰিলেও এনে কাম নকৰো। সেইপোনে যাওঁতে বৰজনৰ বাৰীৰপৰা বাদুলিয়ে সৰাই থৈ যোৱা তলসৰা তামোল এঅঁৰামান বুটলি নিলো হয়—তাতেনো ইমান জগৰনে? তাৰে আকৌ এটা তামোল খেনা ওলাল আৰু এটা এগালি। দেশৰ বাদুলিয়ে ৰাইজৰ তামোল খাই উজাৰ কৰিলে—সেইবুলি বাদুলিক দোষ দিয়ে কোনে? খাবলৈ নোপোৱা ছালছিগা

কণ্টিলৌহে চোৰ—বাকী সকলো নমো নমো সাধু পুৰুষ। সেয়া ফুলেচৰে গাখীৰত পানী মিহলায়েই আছে, সেয়া গেবেলাই ধানৰ লগত পতান দি দোনে দোনে ধান বেচিছে—সেইসকলে আকৌ পঞ্চায়েত কৰি কণ্টিলৌৰে তলসৰা তামোল এআঁৰা বুটলি নিয়াৰ মেলত বহিছেহি!" মুখেৰে থুঃ থুঃ কৰি কণ্টিলৌ উঠি গ'ল। মেলো ভাগিল। দুসপ্তাহৰ ভিতৰত বৰমইনাৰ পাঁচকুৰি তামোল গছত বাদুলিয়ে খাবলৈকো তামোল এটা নেথাকিল। লগতে কলে-বনে আমে-কঁঠালে সোপাই উধাও হ'ল।

সেইবাৰ কাতিমহীয়া ধানৰ বৰ নাটনি হ'ল—দেশত আকাল হওঁ হওঁ। নাজিৰৰ বাপুৱে সাত খুটলীয়া ভঁৰালত তলা লগালে ধান চোৰে নিয়ে বুলি। পিচে আগফালে দুৱাৰ ডাং, দুৱাৰৰ তলা তলা হৈয়েই থাকিল, পাচফালেদি গছিধান টানি বাট উলিয়াই চোৰে ভঁৰালৰ ভিতৰৰপৰা ধান উলিয়াই নি নি টহিলং কৰিলে। আঘোণ মহীয়া বাপুৱে ন জাপিবলৈ গৈ দেখে ভঁৰালৰ ভিতৰ ফোঁপোলা, গুটিভঁৰালৰ তলি উদি। কেৱল দাঁতিৰ গছিধানবোৰ আছে—কেৰেচীয়া তৰপাতৰপি গছি, আঁজুৰি উলিয়াব নোৱাৰি চোৰে টঙনিয়াই সবাই নিলে। মূৰে কঁপালে হাত দি দুৱাৰমুখতে তিনিঠেঙীয়া চকীখনত বহি বাপুৱে আকাশ-পাতাল গুণি হোকা হুপিবলৈ ধৰিলে। এনেকুৱাতে আকৌ কণ্টিলৌ আহি মাটিতে গামোচাখন পাৰি বহকহি। বোলে, "বপাদেউতাৰ মনটো বিমৰিষ যেন দেখিছো, ধান জাপিব পৰা নাই নেকি? হওঁতে কামটোও টান হয়—শালিধানৰ গুণ্ডে বিজ্‌বিজায়। পাচে গছিধানবোৰ কেৰেচীয়া তৰপাত জাপিলে বেয়া—পোনকৈ জাপিব লাগে দেই।" বাপুৱে বোলে, "মই কেৰেচীয়াকৈ জাপো বুলি তোক কোনে কলে?" কণ্টিলৌৱে বোলো, "ক'ৰবাৰ বিলাতৰপৰা আহি কোনোবাই কব লাগিছেনে দেউতা ঈচৰ, বন্দীয়ে এবাৰ সোমায়েই গম পালো।" বাপুৱে বোলে, "তই মোৰ ভঁৰাল সোমালি কেতিয়া?" গতিক বিষম



দেখি কণ্টিলৌৱে ভিৰাই ধৰি লৰ মাৰিলে; বহা গামোচাখন মাটিতে এৰি থৈ গ'ল। বাপুৱে পুলিচ থানাৰ লগত কথা-বাৰ্তা পাতি চাইছিল; কণ্টিলৌক নি এৰাতি বগাঘৰত ৰাখিছিলগৈও। পিচে প্ৰমাণ নোপোৱাত কেছ নহল। গতিকে এৰি দিলে। লোকে কয় বোলে কণ্টিলৌৱে সেইবাৰ নগদ ডেৰকুৰি ৰূপ ভৰি সাৰিল; টকা ডেৰকুৰি বাপুৰ বৰপেৰাৰ জয়ধনীয়া সঁচাৰ খুলি আগদিনা ৰাতিয়েই লৈ গ'লহি বোলে। লগতে গামোচাখনো নিলে। বাপুৱেও কাণ্ড-কাৰখানা দেখি জোৰ পোৰে মানে হাতলৈকে ভয় বুলি টলকা মাৰিলে।

এদিন দুপৰীয়া কণ্টিলৌৱে আহি দেউতাৰক কলেহি বোলে, "বালিগাওঁ চতুষ্পদী (চতুষ্পাঠী) টোলঘৰৰ ভঙা টিনবোৰ কি হ'ল?" দেউতাৰে বোলে, "মই থৈছো নহয়, তোক কেলৈ?" কণ্টিলৌৱে বোলে, "টিন এচলা লাগিছিল হাঁহৰ গৰালৰ ওপৰত দিবলৈ—পিচত ঘূৰাই দিম।" দেউতাৰে বোলে, "সেইবোৰ ৰাজহুৱা সম্পত্তি তেনেকৈ ঘৰোৱাহি ভাবত দিব নোৱাৰি। মিটিং বহিব লাগিব, ৰাইজে দিওঁ বুলিব লাগিব, তেহে।" পিচে ৰাতিৰ ভিতৰতে টোলৰ গোটেই ছয় বান্দোল টিন্‌পাত কণ্টিলৌৱে উধাও কৰিলে। ৰাতি মাজতে এবাৰ খটং-খাটাং শুনি সাৰ পাই দেউতাৰে বোলে, "কোন?" কণ্টিলৌৱে নেওৰাখন হেঁচুকি বোলে 'মেঔ'। দেউতাৰে ভাবিলে চুকুনী জাঁয়ে পেটৰ ভোকত ৰাতি দুপৰীয়া নেওৰাপতাত নিগনি খাইছেহি; চুঃ চুাঃ কৰি শুই থাকিল।

পিচদিনা ৰাতিপুৱা ঘৰৰ টিনপাত নেদেখি দেউতাৰে একেচাবেই কণ্টিলৌৰ ঘৰ পালেগৈ। তেতিয়া কণ্টিলৌ শুই উঠাই নাই। মাত লগালত চকু-মূৰ মোহাৰি ওলাই আহি দেউতাৰক দেখি দুৱাৰদলিৰ পৰাই দীঘল দি পৰি কলে বোলে, "বন্দীয়ে আজি ধলপুৱাতে উঠি কিজনা ঈচৰৰ চৰণ দেখিলো ঐ—মই পাপীয়েনো কোন জনমত ইমান পুণ্য কৰিলো। উস্ দেউতা দহন থিয় দিয়েই থাকিল—

হৰি হৰি বন্দীৰ ঘৰত তামুলী পীৰাও নাই, শৰাই থঙ্গাও নাই—"

দেউতাৰে বোলে, "কন্টি—তই দেখোন হাললৈ যোৱা নাই! শুই উঠাও বহুত দেৰি?" কন্টিলৌৱে বোলে, "ক'ৰবাৰ চিকাখোৱা বোন্দামেকুৰী এজনীয়ে কালি ৰাতি ৰাতিটো পিৰালি কঁইটাৰ নেওৰাপতাত ঘটং-ঘাটাং কৰি আছিল ঈচৰ—বন্দীৰ চকুৰ পতাত পতা নালাগিল।" দেউতাৰে বোলে, "টোলৰ টিনবোৰ ক'ত থৈছ উলিয়াই দে।" কন্টিলৌৱে বোলে, "ঈচৰে সোণ-ৰূপৰ মুখেৰে ভাল কথাটো কৈছে—ৰাতিপুৱাই দিনটোলৈ! মোৰ হাঁহৰ গৰালত চাল নাই—দিনে-ৰাতিয়ে বৰষুণত তিতে; তাইকো মেকুৰীয়ে নিলে নেকি ঠিক নাই"—বুলি ভিতৰ সোমাল। অকণমান পিচত ওলাই আহি বোলে, "মোৰ হাঁহহালো নাই ঐ—কালি ৰাতি কি বিলাই হ'ল—মই ঢাট-কপলীয়াৰ ঢটেয়া কপাল!"

দেউতাৰে ধমকি দি আকৌ সুধিলত বোলে, "টিঙেৰে মই কি কৰিমহি ঈচৰ—হাঁহহালেই গ'ল।" কোনাপধ্যেই একো কথা উলিয়াব নোৱাৰি দেউতাৰ ঘূৰি আহিল। নিজৰ গাঁৱৰ কথা যেতিয়া পুলিচত খবৰ দিয়াৰ আগতে টোল কমিটিৰ জৰুৰী মিটিং এখন পাতিলে।

আবেলি মিটিঙত গেমাই গাওঁবুঢ়া আছিল। তেওঁ দিহা দিলে বোলে, "আলেঙে আলেঙে কন্টিলৌৰ ঘৰত চাই অহা হক।" পাকতে ঘূৰি আহি শেনচকুৱা গাওঁবুঢ়াই বোলে, "কন্টিলৌৰ গোহালিঘৰটো যোৱা ফাগুনত নবাৰে চাইছিল। এতিয়া বছৰ নৌ ঘূৰোতেই দেখোন গোটেইটো টিনৰ হৈ আছে!" তৎমুহূৰ্তে মিটিঙৰ সমস্ত ৰাইজ কন্টিলৌৰ ঘৰ পালেগৈ। চাই দেখে গোহালিৰ টিনপাতত টোলৰ মাৰ্কা। কন্টিলৌৱে বোলে, "মই নিছলাৰ ঘৰত নবাৰ চাল; খুজি মাগি আনি গোহালিটোত টিংপাত কেইচলা চৰাইছোহি, গৰুকেইটা বৰষুণপৰা ৰইখা পৰিছে—তাকে এনেখন ব্ৰহ্মবধী ৰাইজে নসহা হ'ল



তোমালোকক টোললৈ টিংপাত লাগে লৈ যোৱা—মই পুলিচত খবৰ দিম।" ৰাইজৰ দুই-এজনে পিচে "যি কৰ কৰ্" বুলি টিনপাত খুলিবলৈ গোহালিত উঠিলেই। কন্টিলৌৱে তামোল-পাণ এশৰাই লৈ ডিঙিত গামোচা বান্ধি চোতালতে দীঘল দি পৰি বোলে, "ৰাইজৰ ইচ্ছা শিলৰ ৰেখা। পিচে টিংপাত এচলা থৈ যাবাহঁক ঐ—মোৰ হাঁহকেইটা বৰষুণত তিতিছে—কণীও নপৰা হ'ল।" দেউতাৰে বোলে, "তোৰ হাঁহ বোলে আকৌ চুৰি হ'ল? কন্টিলৌৱে বোলে, "ধানখোৱা মুৰ্গী—এবাৰ আহিব এবাৰ যাব ইহঁতৰ কি ঠিক আছে দেউতা ঈচৰ! যোৱা ৰাতিটো সাতোটাকে হাঁহ মোৰ শোৱাচাঙৰ তলতে থাকিল—ৰাতিপুৱালৈ এটাও নাই।" দেউতাৰে বোলে, "তোৰ দেখোন হাঁহ এহালহে আছিল—সাতোটা হ'ল কেতিয়া?" কন্টিলৌৱে বোলে, "হাঁহহালে পোৱালি দিলে পৰহি; পাঁচোটা। মই আকৌ যোৱা ৰাতি নায়েই নহয়।" ৰাইজৰ এজনে হাঁহকেইটা উলিয়াই আনিলত দেখা গ'ল পাঁচোটা হাঁহ তহঁতৰ ঘৰৰ; কন্টিলৌৱে টিনৰ লগতে আনি ভৰাই থৈছেহি।

ৰাইজে বোলে হাঁহে গৰালে একেঘৰৰ পৰাই আনে—ই কটা গোলাই চোৰক বেচি খোৱা চোৰটো। আমাৰ গাঁৱত ভাল অৱতাৰ হৈছেহি! কন্টিলৌৱে বোলে, "যাৰ হাঁহ লৈ য'ক দেউতাসকল! এই দুনিয়াত কোন কাৰ! ধন-সম্পত্তি কেইদিন থাকিব—নেদেখাজনে দেখিছে নহয়! ৰাইজৰ মাতবাৰিহে ভৰসা—তুলসীৰ গুৰিৰপৰা জানৰ পাবলৈকেনো কান্ধত তুলি মোক হাঁহেই নিবনে টিংপাতেই নিব? লৈ যক লৈ যক এইবোৰ মায়াময় বস্তু—মই আৰু মায়া নবঢ়াওঁ।"

পিচে বোলে জোকৰ তেজখোৱা উৰহ এবিধো আছে নহয়—এদিন ৰাতিপুৱা শুনিলো বোলে কন্টিলৌৰ ঘৰ চুৰি হ'ল। সি চুৰ কৰি আনি থোৱা লোটা-ঘটি, বাটি-ভাতৰান, লাম-লাকটু যি আছিল সোপাকে নিলে। গাঁৱৰ মাজে মাজে চিঞৰি চিঞৰি উৰ্ধবাহু হৈ চোৰৰ সাতপুৰুষ উদ্ধাৰি কন্টিলৌৱে ৰাতিপুৱাই গৈ যোৰহাটৰ পুলিচ

থানাত এজাহাৰ দি আহিলগৈ। এজাহাৰ মতে কন্টিলৌৰ চুৰি হোৱা বস্তু মুঠেই তিনিটা—এটা লোটা, এটা ফুলকটা বটা আৰু বৰকলীয়া সত্ৰৰ পৰা আগবাৰ ফাকুৱাত সবকাই অনা এটা হাতীখুজীয়া বাটি। পুলিচে চোভাৰ কথা সুধিলত কন্টিলৌৰে ভোলাৰ নাম দিলে—ভোলা তাৰ সম্পৰ্কীয়া দেদায়েক, আগবপৰাই আখেজ আছিল। দাবোকা কনিষ্টবল আহি ভোলাৰ ঘৰ খানাতালাচ কৰিলে, জবানবন্দী লৈ নোটবহীত খচাখচ লিখি ঠিপচহী ললে—পিচে হেৰোৱা বস্তু নোলাল। কন্টিলৌৰেও দ্বিতীয় চোভা কাৰো ওপৰত নিদিলে। তাৰ দৃঢ়বিশ্বাস ভোলাইহে চোৰ। শেষত দাবোকা, কনিষ্টবল আৰু বাইজক ভোলাৰ চোতালতে খাবা কৰি কন্টিলৌৰে তিয়নী গামোচা পিন্ধি ভোলাৰ পানীখোৱা পুখুৰীত ঘপাঘপ নামি গ'ল; ইবাই বুৰ মাৰে লোটাটো আনে, সিবাই বুৰ মাৰে বটাটো আনে! এটাই কেইপদ বস্তু আনি চোতালতে থলে। দাবোকাই ভোলাক বেচ্ কৰি হাতকেৰা দি লকপত ভৰাই থলেগৈ; দুদিনৰ পিচত টেটেউৰ গোলাপে এহেজাৰৰ জামিনত আনিলে!

কেইদিনমানৰ পিচত কন্টিলৌক বাটতে লগ পাই বোলো, "হেৰ' তোৰ বস্তু-সম্পত্তি অকল সেই তিনিপদহে চুৰি হলনে?" কন্টিলৌৰে বোলে, "সম্পত্তি সোপাকে নিলে। পিচে এজাহাৰত সেইবোৰৰ নাম দিলে আকৌ পিচত পুলিচক সেইবোৰ ক'ত পালো কি কথা বাৰেবাংকৰা উপাখ্যান কৰিব লাগিব নহয়! আচলতে পুলিচে কি চোৰ ধৰিব বেলেষ্টৰ! সেইবোৰ অ'ৰ ত'ৰপৰা আনি গোটাই ৰখা ইমানদিন হ'ল, মোকেনো আজিকোপতি ক'ত ধৰিলে? সেইবাবে পুলিচক বিশেষ একো লিষ্টি নিদিলো—সেইবোৰ কোনে নিছে বিচাৰি উলিয়াবলৈ এই কন্টিলৌক বেছি সময় নেলাগে। শৰীল ভাল থাকিলে গতৰ খাটি বাইজৰ আশীৰ্বাদত সেইবোৰ এসপ্তাহৰ ভিতৰত আনি হাজিৰ কৰিমহি নহয়! মোৰ ঘৰত পোলা কটাৰ সাহ এই চৈধ্যখন গাঁৱত কেইটাৰ আছে আঙুলি মূৰত গণিব পাৰি—সেই



কেইটাৰ ঘৰত পাক এটা মাৰিলেই হ'ল।" মই বোলো, "ভোলাৰ পুখুৰীত ওলোৱা তিনিপদ বস্তু পিচে ভোলাই নিলে কেনেকৈ?" কন্টিলৌৰে বোলে, "ভোলা মোৰ বোপাইৰ মাহীমাকৰ পুতেক—মহাশত্ৰু। সেইবাবে আখেজটো পূৰালো। এবাৰ বোপায়ে নাঙলৰ ফালত উজুতি মাৰি ভৰি কাটি বঙা বাঙলী হ'ল; আয়ে বোলে গোন্ধোৱা বন এসোপা বাতি দিওঁ লগাই দে—তেজ বব।" বোপায়ে বোলে, "চাপকনটো দে, মই থানালৈ যাওঁ।" থানালৈ যাওঁতে এই তিনিমাইল বাট বোপায়ে ভৰিৰ তেজেৰে ফাকুৱা বোলাই গ'ল। ত'ত কলেগৈ বোলে ভোলা শত্ৰুৱে নগা দাবে ঘপিয়ালে—ঘাপটো মূৰত নপৰি ভৰিত পৰিল। ভোলাক ধৰি নিলে। মকতমা হ'ল। ততো খালাচ পালে। বোপায়ে ইমান কষ্ট কৰিও তাক এদিনো ৰগাঘৰৰ ভাত খুৱাব নোৱাৰিলে। সেইটো দুখতে চেপ্টিক হৈ বোপাই মৰিল। এইবাৰ মই জানিবা শোধটো কড়াই গণ্ডাই পূৰালো। আচলতে মোৰ ঘৰত চোৰে সেই তিনিপদ বস্তু বিচাৰি নেপাই এৰি থৈ গ'ল হবলা—কলাপাতত ভাত খাওঁ বুলি জানে নহয়, কুকুৰধুলিহঁতৰ শেনচকু আখলৰ ৰান্ধনীচাঙত নপৰিল। মই পুৱতীতে আহি বস্তুকেইটা দেখিলোহি—বাকী ঘৰ শূইন। তৎকালেই গৈ সেই তিনিপদ বস্তু ভোলাৰ পুখুৰীত পেলাই থৈ আহিলোগৈ—"

কন্টিলৌৰ পিচে অতি আশাত নিৰাশা হ'ল। ভোলাৰ কেছ খিচ্মিচ্ হ'ল। এসপ্তাহৰ মূৰত খালাচ পালে।

ঔৰাসত্ৰৰ লেধাই গোঁসাইৰ একমাত্ৰ সম্পত্তি আছিল সাতাম-পুৰুষীয়া ভোৰতালযোৰ। তাকেই সম্বল কৰি মাহেকত একুৰিকৈ নামগোৱা চাউলখোৱা আৰু পালনাম ছিঙি লেধাই গোঁসাই বৰ্ত্তি আছিল। "তিখাওঁ তিখাওঁ খাওঁ—মাটিমাহে বৰালিমাছে ন-খোৱা খাওঁ খাওঁ।" ভোৰতালযোৰ গোঁসাইৰ লগত ছাঁটোৰ দৰে অনবৰতে লাগি থাকে; এদিন সেই ভোৰতালযোৰতে কন্টিলৌৰ হাত লাগিল।

আচলতে কথাটো হ'ল এনেকুৱা—ক'তো একো সুবিধা কৰিব

নোৱাৰি কণ্টিলৌৱে সেইদিনা ৰাতি শুদাহাতে মুখে ঘৰলৈ বুলি ঘূৰি আহোঁতে লেধাই গোঁসাইৰ ৰান্ধনিঘৰটোৰ কালে তাৰ চকু পৰিল। ইকৰাৰ বেৰ ভাঙি শিয়ালে চাগৈ চক চুইছিল—মাজ বেৰতে মস্ত এটা ফুটা। কণ্টিলৌৱে বোলে—গোঁসাইৰনো সম্পত্তি আছে কি সোপা, কিবা লাম-লাকটু দুই-এপদ যদি পোৱা যায় আখলতে পাম। ৰাতিটো এনেয়ে গ'ল পাক এটা মাৰি যোৱা য'ক ; এইবুলি কণ্টিলৌ গোঁসাইৰ আখলত সোমাল।

লেধাই গোঁসাইৰ মস্ত টিকনি। কথা আছে বোলে গোঁসাইক তুলি-তলিচা নেলাগে—টোপাগাঁঠিটো খুলি টিকনিডাল পাৰিয়েই শুই থাকিব পাৰে। দিনৰ বেলিকা টিকনিৰ মূৰতে প্ৰকাণ্ড এটা জবাফুল—বিমল চেহাৰৰ বেৰ ঘড়ীৰ ওলোমটোৰ দৰে ওলোমধোলোমকৈ থাকে। গোঁসাইৰ কপালত কেঁচুমটাৰ ফোঁটা—মিটিকা পাবলৈ নাই ; তাৰে তিপুণ্ড আঁকে। চাদৰে চেলেঙে ভো ভো বামুণ ! লোকে কয় বোলে "লোধোমন পণ্ডিত তপেজপে খণ্ডিত তিলকতে দশ অৱতাৰ ; নিজৰটি ৰক্ষক, লোকৰটি ভক্ষক, ভোজনত পেৰেত আকাৰ।" পিচে বাহিৰত লোকক দেখুৱাই গোটেই নমো নমো দামোদৰ বিপ্ৰভুখৰি হলেও গোঁসাইৰ সেৱা পূজা কৰা নামঘৰ এখোটালী নাই। পিতাকৰ দিনৰ চাৰিখুটলীয়া নামঘৰ, চৈধ্য বছৰীয়া মাটিৰ মকতমাত উকীলৰ ফিচ্ দিওঁতে গ'ল ; মাটিবাৰী সম্পত্তি কেছাৰীৰ বণ্ডা ইটাই শুহিলে। মকতমা শেষ হলত গোঁসাই নিতমতমা হ'ল—অৱস্থা দেখিলে পানীত হাঁহ নচৰে। গোঁসাইৰ ৰান্ধনীঘৰ, বৰঘৰ, মাৰলঘৰ, নামঘৰ, মণিকূট সকলো সেই দুখুটলীয়া খেৰীঘৰটোতে। আখলৰ চুক এটাতে সাত পুৰুষীয়া ৰাধামোহনৰ মূৰ্তি, কাষতে থাপনাত কীৰ্তন-ভাগৱত ; ওচৰতে কাঠৰ কেপেয়া এটাত দহসেৰীয়া ভোৰতালযোৰ। কণ্টিলৌৰ চকু পৰিলগৈ ভোৰতালত—ৰাধামোহনক সেৱা এটি কৰি এৰী-কাপোৰৰ তলতে ভোৰতালযোৰ লৈ কণ্টিলৌ উধাও হ'ল।



পুৱা নামত বহি গোঁসায়ে দেখে কেপেয়া খালি, ভোৰতালযোৰ নাই। পোনচাটেই গৈ কণ্টিলৌৰ ঘৰ ওলালগৈ ; বোলে, "মোৰ ভোৰতালযোৰ চুৰ কৰি আনি মোৰ কজি মাৰিলি। এই ৰাতিপুৱাখন বোপাই কাবৌতি কৰি মাতিছো, তালযোৰ উলিয়াই দে। মোৰ কেও কিছু নাই, মৰিলে বাক সেইযোৰ তোকে দি থৈ যাম। এতিয়া আয়ুসত চাউল থাকোঁতে যাতে খাবলৈ নেপাই নমৰো বোপাই—ব্ৰহ্মবধৰ পাপ গাত চপাই নলবি।" কণ্টিলৌৱে বোলে, "ক'ৰ ভোৰতাল, ক'ত আছিল, কি কথা গমগতি নাপাওঁ। মই নিলো বুলিলেই হবনে ? কণ্টিলৌ কিবা নামঘৰ লুৰুকা টোকোনা নেকি যে সেইবোৰ তাল-খোলত চকু দিব ? বজাবও নাজানো, নামগোৱা চাউলখোৱালৈকো কেঁৱে ঔচ্ বুলিও নামাতে। মই ভোৰতালযোৰেৰে কৰিমহি কিটো ? বেচিলেও কিনিব কোনে ? ভঙালেও ধৰা পৰাৰ ভয়। সেই দহসেৰীয়া গলগ্ৰহটো লৈ মই উত্তৰাজানত জাঁপ দি পৰি মৰিলেহে হব।"

গোঁসায়ে বৰকৈ ধৰাধৰি কৰিলত বোলে, "প্ৰভু, এইটো কক্ বোলে কণ্টিলৌ, মোৰ ভোৰতালযোৰ কোনোবা কেলেহুৱা চিকটা চোৰে নিলে, তই মোক এযোৰ আনি দে। তেতিয়া মই চেষ্টা কৰি চাম। খালি আপুনি দেহা ৰখাৰ আগে আগে সোণৰূপৰ মুখেদি ওলোৱা নিজৰ জবাইন ৰাখি মোক তালযোৰ দি থৈ যাব।"

লেধাই গোঁসাই ৰাজী হ'ল। কণ্টিলৌৱে সেইদিনা গধূলি ভোৰতালযোৰ লৈ শালকটা সত্ৰ পালেগৈ ; তাতে অধিকাৰ প্ৰভুক দণ্ডবৎ প্ৰণিপাত কৰি বেকত কৰিলে বোলে, "প্ৰভু, আপোনাৰ ইয়াত পাতলীয়া ভোৰতাল এযোৰ আছে বুলি বন্দীয়ে অহুকাণে পহুকাণে শুনো। এই দহসেৰীয়া ৰাইকহ তালযোৰৰ কায় চাই জাঁই নাই ! ইফালে আমাৰ চলাজনা ঈচৰৰ বয়স হৈছে, এতিয়া আৰু দহসেৰীয়া তাল কোবাব নোৱাৰে। গতিক বুজি সন্তহতে এইযোৰ ৰাখি সেইযোৰ মোক দিয়ক ; পিচত ডেকা অধিকাৰৰ

দিন আহিলে বন্দীয়ে আকৌ পূৰ্বাপৰ তালযোৰ সলাই লৈ যামহি।"

অধিকাৰ গোঁসায়ে ক'ব তাল কি কথা সুধিলত কন্টিলৌৱে গুপুত বুলি নকলে। পাঁচসেবীয়া ভোৰতাল লৈ ঘূৰি আহি কন্টিলৌৱে ৰাতিয়েই লেধাই গোঁসাইক দি আহিলগৈ; বোলে, "প্ৰভু, তাল এযোৰ খুজিমাগি আনিলো, পিচে আগলৈ ঘূৰাই দিব লাগিব।"

লেধাই গোঁসায়ে ইচ্ছা কৰাৰ পিচত কন্টিলৌৱে তালযোৰ শালকটা সত্ৰৰপৰা সলাই আনিলেগৈ আৰু দহসেবীয়াযোৰ বেচিলেহি। মানুহক কলে বোলে, "পুতি থোৱা ধন যেনিবা আঠ বছৰৰ পিচত খানি উলিয়াই আনি খৰচ কৰিলো। গোঁসায়ো তৰিল, মোৰো মূল নপৰিল।"

গাওঁখনত চুৰি-ডকাইতি বৰ বেছি, হোৱাত গাঁৱৰ বুঢ়া-মেথাই দ'ল নামঘৰত মিটিং পাতি আলচ কৰিলে বোলে ৰাতি পহৰাৰ পাল দিব লাগে। মিটিঙতে কন্টিলৌও আছিল—সি আকৌ সেইবোৰত যেনেতেনে এপাক মাৰে। তাহানি পীতধৰ গোঁসায়ে খাদৰ পিন্ধি কুসুমযোগনীয়াৰ নামঘৰত গান্ধীবজাৰ মিটিং পাতোতেও আমাৰ কন্টিলৌহে আগশাৰীত বহি গোঁসাইক প্ৰশ্ন সুধিছিল। পিচত পুলিচৰ উমান পাই পিচে কন্টিলৌ থিতাতে নোহোৱা হ'ল দেই; দুৰাতি গাঁৱে গাঁৱে ঘূৰি ফুৰি পুলিচে কমলাবৰীয়াৰ পদো আৰু গণেশক বেচ্ কৰি নিলে। সিহঁতৰ কথাও বোলে কন্টিলৌৱে পুলিচক লগাই দিলেগৈ।

পহৰাৰ মিটিঙত সভাপতি বুঢ়াগোঁসায়ে কন্টিলৌৰ ফালে কেৰাহি কেৰাহিকৈ চাই মিচিকমাচাক হাঁহি আছিল। মিটিঙত প্ৰস্তাৱ লোৱা হ'ল যে তিনিজন পাল-পহৰা থাকিব—ৰাতিটোত গাওঁখনত তিনি-পাক মাৰিব। এমাহত এজনকৈ ঘৰমূৰি পহৰা খাটিব। মেল শেষ হ'লত বুঢ়াগোঁসায়ে কন্টিলৌলৈ চাই বোলে, "তই পহৰাৰ পাল দিবিনে নিদিয়?" কন্টিলৌৱে বোলে, "মোৰনো কি আছে চোৰে নিবলৈ? কিটো ৰখিম? ঘৰৰ ভাত খাই হাবিৰ ম'হ নৰখো। মোটতে পহৰা নিদিওঁ; ৰাইজেও মোৰ ঘৰত পহৰা দিব নালাগে।" তাতে বুঢ়াগোঁসায়ে হাঁহি হাঁহি কলে বোলে, "ৰাইজ! জাৰকালি ৰাতি গাওঁখনত তিনিগোট পহৰাৰ তিনিবাৰকৈ ঘূৰিবৰ কোনো দৰকাৰ নাই—। দুজনে পহৰা দিয়ক—এৰাতিত দুপাক ঘূৰিব আৰু বাকীছোৱা নিশা এই কন্টিলৌৰ পদূলিমুখতে চুৰট ধঁপাত হুপি বহি থাকিলেই হব; মাজে মাজে ভুমুকি এটা মাৰি চাব ই কন্টিলৌ শুইছেনে নাই। তেনেহলেই গাঁৱত চোৰ-চাবি কমিব।"

কন্টিলৌৱে হাতযোৰ কৰি বোলে, "ৰাইজে সেইপাত শেল মোৰ বুকুত নাহানিব ঐ! তেনেকুৱাখন কৰি শতুৰু শালিলে বন্দীৰ নিগমে মৰণ হব। তাতকৈ বন্দীক আইগা কৰক বোলে তই কন্টিলৌৱে গোটেই ৰাতি অকলে গাওঁখন ৰখি দিব লাগে।" ৰাইজে বোলে, "নালাগে, নালাগে, উদক ভেটাৰখীয়া পাতিব নালাগে।" বুঢ়া-গোঁসায়ে বোলে, "তই পহৰাৰ লগতে পাল ৰখাই ভাল হব। নিতৌ পহৰাৰ লগত ওলাবি, পুৱতী ৰাতি ঘৰ সোমাই শুই থাকিবিগৈ। পিচে তোৰ পাল সদায় থাকিব। ৰাতি শোৱাৰ অভ্যাসটো তোৰ নায়েই!"

পহৰা তিনিটাই থাকিল—কন্টিলৌক ধৰি চাৰিটা; সি সদায় পাল ৰখে। ৰাইজে বোলে ভালেই হ'ল, বাকী তিনিটাই ইয়াকে ভালকৈ ৰখি থাকিলেই হব। ৰাতি তিনিপৰত কন্টিলৌৱে বোলে বাটতে বহি দিয়ে—"ৰাইজখন! মাৰকেই বা কাটকেই, মই আৰু নোৱাৰো ঐ, মোৰ টোপনি ধৰিছে।" লগৰকেইটাই বোলে, "বল শুই থাকগৈ—পিচে তোৰ দুৱাৰমুখতে আমি বহি থাকিম।" তেনেকৈ কলে কন্টিলৌৱে বহাৰপৰা উঠি আকৌ পহৰাৰ লগত যায়।

আঘোণে-পুহে এনেদৰে গ'ল। আকৌ পহৰাৰ মিটিং বহিলত কন্টিলৌৱে ৰাইজৰ আগত দীঘল দি পৰি বোলে, "যোৱা দুমাহে গৰখীয়াদ'লত কাৰো ঘৰত চুৰি-চাপ্ৰাটী হোৱা নাই—পহৰাপাল

উঠাবৰ হ'ল।" বুঢ়াগোঁসায়ে বোলে, "পহৰা উঠালে আকৌ চুৰি হব। মোৰা ছুমাহ অন্ততঃ ৰাতিটো শান্তিৰে শুইছোঁহক—তাৰো মূদা মৰিব।" কন্টিলৌৰে বোলে, "ৰাইজে সেই বিষয়ত নিচিন্ত থাকক। মোৰা ছুমাহে দেশৰ চোৰখনৰ যি নগুৰ শাস্তি হৈছে, গৰখীয়াদ'লৰ ফালে আৰু কোনো চোৰৰ আজোককাকে মু কৰিব নোৱাৰে। ৰাইজে কন্টিলৌৰ কথা শিলৰ ৰেখা বুলি ধৰক।"

ৰাইজ মান্তি হ'ল। আচলতে জাৰকালি ৰাতি ঘূৰি ফুৰি পহৰা দিয়াটো বৰ কষ্টৰ কাম। ক'ত ফটাকঁথাৰ উমৰ তলত নেওৰাপতাত নিয়ৰ টোপালৰ খটাখট্ শুনি শুনি টোপনি মোৰা, ক'ত হাতত জোৰ লাঠি লৈ ঘৰে ঘৰে ৰাৰীয়ে-ভঁৰালে কত চোৰে জোপ লৈ আছে চাই ফুৰা! তাৰ উপৰিও ঘৰে ঘৰে থকা ভতুৰা কুকুৰখনৰ খেদাত কেতিয়াবা ভবানৰা ছিঙি পলাবলৈ ভৰ্জবণি হেৰায়। গতিকে বুজি পহৰা গুচিল। গৰখীয়াদ'লত পিচে চুৰি-ডকাইতি একেবাৰে নাইকিয়া হ'ল। ওচৰৰ গাওঁকেইখনৰ ৰাইজে অৱশ্যে অতীষ্ঠ হৈ পহৰাৰ পাল পাতিলে।

ৰবশী বোৱাটো বোপাইহঁত, এটা কামৰ কাম ; সংসাৰৰ জ্বালা-যন্ত্ৰণা নাই, ভোক-দুখ নাই, চিন্তা-চৰ্চা নাই—মাথোন মুকলি পথাৰৰ মাজত হোলাৰ পাৰত বহি পুঙাটোৰ ফালে চকুৰ টিপ্ নমৰাকৈ একেথৰে চাই থাকা। ওপৰত বহল আকাশ তাত স্বয়ং ভগৱান আৰু তেওঁৰ তলতে তুমি, মাজত একো নাই শূইন। হোলাৰ পানীত মাছ। ঠিক মাছটি চাই ঠিক টোপটি, কাৰৈত আমৰলি, মাগুৰত বোন্দাকেঁচু আৰু কুমতি, কান্ধুলিত বৰল, ৰৰালিত উঁইপোক, চেঙা শ'লত পানীবেঙ্ দিবা আৰু ধাৰ্মিক বগলীৰ দৰে জোপ লৈ বহি থাকিবা ; তোমাৰ কপালেৰে মাছ আছে যদি খুটিব, নাই যদি নাই। মাছে নুখুটিলে আমনি লাগিব—তেতিয়া হাঁচটিখন মেলি তামোলৰ গুড়ি এধানি মুখত লৈ পকটিয়াবা আৰু ৰবশীটো তুলি আনি লিক্লিকীয়া ডাঁৰিটোৰ আগেৰে ভালকৈ খল্খলনি এটা দিবা—সৰুসুৰা পুঠী ৰৰিয়লিৰ পিলাই চমকি যোৱাকৈ। মাগুৰ, টোঁৰামাছৰ কাৰণে ৰবশী ডাঁৰিৰ গুড়িৰে খোচ মাৰি বোকা তুলি বুক্বুকনি দিবা। তাৰ পিচত টোপটোৰ শুং ওলাইছেনেকি চাই দৰকাৰ হলে বদলাই দিবা ; কেঁচুটোপ হলে ছুবাৰ থুঃ থুঃ কৰি থুৱাই দি ৰবশীটো পানীত পেলাই বহি থাকিবা—আকাশ-পাতাল ভাবিবা। মাজে মাজে পানীভেকুলী একোটাই পানীৰ তলৰ পৰা মূৰ উলিয়াই তোমাক সিঞ্চাৰিব, সাঁতুৰি আহি পুঙাটোৰে সৈতে যুঁজ কৰি আমনি দিব, জিঞা একোটাই ৰবশীডাঁৰিৰ আগটো গুঙি চাব, দৰিকণা পোনামাছে খুটিয়াই টোপটো খাব ; তেতিয়া খলটো বদলাবা, নতুন খলত এবুকু আশা-ভাৰসা লৈ বহিবাগৈ। তুমি ভৱামতেই পুঙাটো বুৰাই বুৰাই নিব, ঘনাই চিপটো মাৰিবা, ৰবশীত জোৰো নধৰে, একো নুঠেও। বুজিবা মগৰ বা কুলাবুৰি। তেতিয়াও যদি মাছ ধৰাৰ চখ্টো থাকেগৈ, থানি বদলাই অইন থানিলৈ যাবা ; যদি মাছ পোৱা নোপোৱালৈ পৰোৱা নাই, একেঠাইতে বহি থাকিবা—মনতে ভাবিবা, গধূলি পৰলৈ ইয়াতে ডাঙৰ মাছে খুটিব ; তাৰ পিচত বেলি ভাটী দিলে ঠেটিমোট চেলেকি ৰবশীকেইটা সামৰিবা ; টিনত বাকী থকা টোপসোপা শাওশপনি দি ভোৰভোৰাই "তইঁতেই খাহঁক" বুলি মুখ বিকটাই নোখোটা মাছগাললৈ বুলি দলিমাৰি পেলাই দি শুদা খোলাটো হাতত ওলোমাই লৈ ঘৰৰ লৰা ঘৰলৈ ঘূৰি আহিবা আৰু আলু কচু ঢেকীয়া শাকেৰে গধূলিৰ সাঁজটো খাবা। ঘৰৰ মানুহবোৰৰ আগত তোমাৰ ৰবশীৰ পৰা এৰাই যোৱা বৰ বৰ মাছবোৰৰ কথা কবা। বিশ্বাস পিচে কোনেও নকৰে দেই! নিমখে-তেলে এমুঠি খাই শেতেলিত পৰি কালিলৈ কি টোপেৰে কোনটো থানিত ৰবশী বাই কোনবিধৰ কিমান মাছ ধৰিবা হিচাপ কৰি থাকোঁতে ময়লা টোপনি ধৰিব।

ঘনাই খুটিলে বোলে শিঙৰাও মাছ অৰ্থাৎ শিঙৰা মাছটো সৰু যদিও সি ঘনাই খোটে, আৰু যদি ঠিকমতে কেৰেচীয়াকৈ পানী চিপ-

মাৰি তুলিব পাৰা, এবেলাত এখালৈ মাছ উঠোৱাতো একো কথাই নহয়। পিচে মানুহৰ মাজত যেনেকৈ একোটা শিয়ান ঢেঁৰ মানুহ থাকে, তেনেকৈ শিঙৰা মাছৰ মাজতো কিছুমান ঘটীয়া থাকে। ইহঁতে টিপিক্ টিপিক্ টোপ খায়—তুমি লাগে যিমান ভালকৈয়ে চলোৱা। ইহঁতৰ মুখখন বহল— নিজৰ দুগুণ ওজনৰ টোপ খোৱাৰ শক্তি আছে আৰু টিপ মাৰিয়েই টোপ্‌টি খায়। পুঙাটো এবাৰ তললৈ যায়, এবাৰ ওপৰলৈ উঠে। তুমি হাত-ভৰি চপাই উশাহ-নিশাহ বন্ধ কৰি চিপ্‌টো মাৰো মাৰো বুলি থাকোঁতেই টোপ শেষ। নতুন এটা চিলাই কৰি দিবা—একে অৱস্থা। ঘাটে ঘাটে টোপ খোৱা ঘটীয়া শিঙবাবোৰ বৰশীত ধৰিবলৈ টান।

'তাচ পাশা কৰ্মনাশা' বুলি আমাৰ মানুহবোৰে এনেয়েহে কয়; আচলতে বৰশী বোৱাৰ মান কৰ্মনাশা আন একো নাই। এইটি নিচাত বাগী বহিলে অইন কোনো কামকে কাম যেন নালাগে। নিজান ঠাইত অকলশৰে বহি চিন্তা কৰিবলৈ আৰু ইয়াতকৈ সুবিধাৰ ব্যৱসায় নাই—মাছকেইটাক টোপ খাবলৈ এৰি দি মনে জোৰে মানে চিন্তা কৰি থাকা। যদি ভাবিবলৈ একো কথা নাই মাছৰ কথাকে ভাবা। তোমাৰ চকুত কাৱৈ, গৰৈ, মাগুৰ, চকৰিপুঠী, ৰৌ, বৰালি, সকলো মাছ সমান—কাৰণ তোমাক মাছ খাবলৈ নালাগে, ধৰাৰহে চখ্‌। নহলে ভাবিবা, টোপটোক চাৰিওফালে বেঢ়িকুৰি ধৰি মাছবোৰে বাৰু কি আলোচনা কৰিছে! কোনোৱে কৈছে, "শুংডাল অকণমান ওলাই থকা যেন পাইছো, এইটো পোক নহয়, কিবা ফান্দহে।" কোনো এটা বয়সীয়া মাছে হয়তো উপদেশ দিছে, "নেখাবি বোপাই—এইটোত খোট এটা মাৰিয়েই অমুক থিতাতে নাইকিয়া হ'ল; ভেলটোও বিচাৰি নাপালে।" কোনোবা চেমনীয়াই কৈছে—"এই বুঢ়াবিলাকৰ ওজৰ-আপত্তি সকলো কথাতে। অমুক বুৰ্বক আছিল, মৰিল ভাল হ'ল। কিবা খাবলৈ নোপোৱাৰ দৰে কেলেপকৈ গিলি থলে মৰিবতো! আমি যে কিমান বুধিয়ক—



কেনেকৈ কৌশলেৰে শুংডাল এৰাই টোপ খাই সাৰি যাব পাৰো ইহঁতে নাজানেই! তোমালোকে চাই থাকাহঁকচোন বাৰু—কেনেকৈ সন্ধিৰ বাঁহ বুদ্ধিৰে কাটো"—এইবুলি টোপত মুখ দিয়ে, ইফালৰ পৰা সিফাললৈ জোৰেৰে অহা-যোৱা কৰি থাকোঁতেই খোট মাৰি মাৰি টোপটো ডোখৰ ডোখৰকৈ একৰাই নিয়ে। পিচে এশ গৰু মাৰিলে বাঘৰো মৃত্যু—হঠাতে এবাৰ শুঙত মুখ পৰে, লগে লগে বৰশী ডাঁৰিত চিপ্‌। চেমনীয়াই লগৰ সকলোকে এৰি, সকলোৰে চকুৰ আগতে চোঁ-চোঁকৈ ওপৰলৈ উঠি থিতাতে নাইকিয়া হয়—ওচৰে-পাজৰে থকাবোৰে চকু টিপিয়াই টিপিয়াই এই দৃশ্য চায়। সিহঁতে ভাবে, "চেমনীয়াৰ কি হ'ল বাৰু—সিনো সোঁ-শৰীৰে কলৈ গ'ল?" বয়সীয়া বুঢ়াই কয়, "নেদেখিলিনে বৰকথীয়া গঙাটোপৰ সঁচৰ কি হ'ল!" চেমনীয়ালৈ মনে মনে অকণমান টান থকা কোনোবা পাটগাভৰুৱে চেমনীয়া নিৰুদ্দেশ হোৱাৰ উঁহ উলিয়াবলৈ বুলি বৰশীত মুখ দিয়ে। পিচে চেমনীয়াক লগ পায়হি খালৈতহে। ঠোঁটত বৰশীয়ে কটা ডোখৰেদি তেজ গৈ গৈ সিহঁত দুৰ্বল হয়, উশাহ-নিশাহ লোৱাত কষ্ট হয়; সিহঁত ধৰ্‌ফৰাই ছট্‌ফটাই থাকে; গাত জোৰ থাকে মানে খালৈৰপৰা ওলাই যাবলৈ চেষ্টা কৰিয়েই থাকে অৱশ্যে—পিচে নিৰাশা হয়। নিজৰ ভুলটো বুজে—তাকে দেৰিকৈ। শই শই মাছে বৰশীত খুটি হঠাতে ওপৰলৈ উঠি আহি নাইকিয়া হয়—চাৰিওফালে থকা হেজাৰ হেজাৰ মাছে দেখে। তথাপিও সিহঁতে বৰশীত খোটে। এবাৰ এৰাই যোৱা মাছেও আকৌ টোপৰ লোভত বৰশীত খোটেহি। কথাতে কয় বোলে, "আগ শুণে মুগুনে পাছ, লোভত মৰে বৰশীৰ মাছ।"

বৰশী বাওঁতে এইবোৰ ভবাচিন্তা কৰি থাকিলে পিচে গধূলি ঘৰলৈ ঘূৰি আহোঁতে মাছৰ বজাৰত বা পোহাৰীৰ ঘৰত এপাক মাৰি অহা ভাল, নহলে কপালত দুখ অশান্তি আছে দেই! ঘৰৰ ঘৈণী মুখৰা হলতো তোমাৰ দুখত পানীত হাঁহ নচৰিব।

সেইবোৰ হ'ল মাছৰ কথা। বৰশীবোৰাজনবো একেই দশা; তেওঁ বৰশীবোৰা বিষ্ঠাৰ টোপটো খায় অৰ্থাৎ বৰশীবোৰা বিষ্ঠাই তেৰা কবিৰাজৰ "সৰ্বগুণনাশক বড়ি" হৈ তেওঁৰ মূৰ খায়। বৰশীৰ ৰাগী আকিমতকৈও সাতচাৰ—যাক ধৰে তাক খাইহে এৰে। ডাঁৰি চঁচা, ৰটীয়া পকোৱা, বৰশী, পুঙা আৰু গুড়া বন্ধা, টোপ গোটোৱা আদি জৰুৰী কামতে তেওঁৰ আগবেলাটো যায়। বাকী থকা দিনছোৱা বৰশীবোৱাত কাটে। মাছ নাপালে ঘৰত গালি খায়; মাছ পালে ঘৰত মাছে গালিয়ে খায়। কাৰবাৰ বাৰীৰ পুখুৰীত বৰশী বাই মাছ এটা ধৰিলে শাও-শপনি খায়; মাছৰ বাক, উদ, হেঁপা আদি শুৱলা জোকোৱা নাম পায়। অৱশ্যে এইবোৰ শুনিবলৈ তেওঁৰ সময় নে থাকে। লোকৰ বাৰীৰ পুখুৰীত দিনটো টোপাই টোপাই অশেষ বুধি-সন্ধি কৰি ধৰা ডাঙৰবো ডাঙৰ মাছটো, গৃহস্থই মিচিক্‌কৈ হাঁহি এটি মাৰি "এইটো মোলৈকে থৈ যাবা দেই" বুলি ৰাখি থয়। তুমি গধূলি খঙে-ৰাগে জিক্‌জিকাই আহি এহাতে মূৰৰ চুলি আঁজুৰি আঁজুৰি ইহাতে ঢেকিয়াজুলী ভাত খোৱা। সেইবোৰ পুখুৰীত আকৌ মাছ নেপালে ঘৰৰ গৰাকীয়ে "মাছ লুকুৱাইহে থৈছে" বা "ঘৰলৈ মনে মনে পঠিয়াইহে দিলে" বুলি বদনাম দি গধূলি তোমাৰ চকুত কি ৰান্ধিছে খবৰ কৰি যাবহি আৰু লোকৰ আগত দাঁত নিকটাই তোমাক "মাছখোৱা কঙ্ক" বুলি কয়।

আমাৰ গাঁৱৰ নদেচৰ আছিল বৰশীবোৱাৰ যম। ভৰডেকা, লিচ্-পিচ্ কৰে ক্ষীণ মানুহটি আছিল ঘিট্‌ঘিট্ কৰে ক'লা—সাইলাখ যেন ক'লা ল'ৰাটিহে। বৰশীবোৱা আৰু মাছধৰাৰ নামত পাগল—বছৰৰ পিচত বছৰ সি সেইটোকে কৰি কটাই ডেকা হ'লহি। বাৰিষা বৰশী নোবোৱা সময়খিনি সি খোকা, চেপা, ঘগৰা, পল, জুলুকি, দলঙা, বান আদিৰে মাছ ধৰে। খবালি টঙি বা খেৱালী জালেৰে উজানৰ মাছ ধৰি দিনে-ৰাতিয়ে ভোগদৈত পৰি থাকেগৈ। তাত নাৰ বাট মাছৰ অন্ত নাই। কেতিয়াবা ভাল মাছো পৰে। মাছবোৰ



খোজনীয়াক বিলায়। গাঁৱতো ঘৰে ঘৰে এটোপোলা দিয়ে। তথাপি উজানৰ মাছ শেষ নহয়; গাঁত এট খান্দি নেমুটেঙাৰ তলত হেমাৰ-ভাবে পোতে সাৰ হবৰ কাৰণে। নহলে ঘৰত খাৰৈয়া তিনিটি প্ৰাণী—সিমানবোৰ মাছেৰে কি কৰিব! বাৰিষা প্ৰথম বৰষুণজাক হলেই কাৰৈ-মাগুৰ মাছৰ উজান উঠে—মাজ বাৰিষাত ইহঁতৰ কণী পৰাৰ সময়। গতিকে পানীৰ উমান পালেই ভাল থানি বিচাৰি গুলাই পথাৰে সমাৰে বগাই ফুৰে। তেতিয়া ৰাইজে এইবোৰৰ উজান ধৰে। ধল মাছৰ উজান আকৌ উঠে খৰালিৰ আৰম্ভতে। গতিকে গোটেই বছৰ ধৰি নদেচৰ মাছ মৰা কামতে থাকে—মানুহে বোলে "মাছখোৱা উদ।" পিচে সি কলিতাৰ ঘৰৰ ল'ৰা, মাছৰ ব্যৱসায় কৰিলে জাত যায়। গতিকে দুই সাজি মাছ খোৱাৰ বাহিৰে এইটো কামৰপৰা তাৰ উপাৰ্জন একো নহয়।

বাপেক ধনেচৰ আছিল তিনিকুৰি বছৰীয়া বুঢ়া; বুঢ়া মানে হালকোৰ বাই তিনি পুৰা মাটি কই তুলি পৰিয়ালটো পোহপাল দিব পৰা বুঢ়া, শেতেলিত পৰি বাত বেমাৰত কেঁকাই থকা আলৰ বুঢ়া নহয়। ধনেচৰে সেইদিনা দুপৰীয়া বিহুৱাৰ ঘৰৰপৰা আহি নদেচৰক কলে বোলে, "মই পৰি আহিমনে চৰি আহিম? গণেশৰ টীকাৰ মাটিখিনি এইবাৰ আৰু তই লাগিভাগি নিদিলে ছন পৰিহে থাকিব। ইমানদিন অকলে চলালো; ভোক খুটি খাব পৰা কৰিলো। এতিয়া কাহানি চকু মুদো ঠিক নাই; আমি বিষয়া নহয়—হালোৱা পথৰুৱা মানুহ, মাটিয়েই আমাৰ সৰ্বভাৰসা। তই সময় থাকোঁতেই এইবোৰ কাম শিকি-বুজি লব লাগে। নহলে বুঢ়াকালত আয়েৰেও কষ্ট পাব—তইঁতেইনো বিয়াবাৰু কৰাই ঘৰ সংসাৰ পাতি খাৰি কি? মাছ মাৰি একঠা খাব নোৱাৰ—জাত ব্যৱসায়ত নিমিলে। হাতেভাতে এগাল খোৱাৰো মুদা মৰিব মই চকু মুদিলে।

নদেচৰে বোলে, "মই বোকাই-পানীয়ে লেটি লৈ পথাৰৰ কাম কৰিব নোৱাৰো। পিচলৈ যি আছে ভাইগে দেখিব।" তাতে

বুঢ়াৰে সৈতে অলপ বাক্‌বিতণ্ডা হ'ল। সেইদিনা আবেলি মাছলৈ নগৈ নদেচৰে ঘৰতে শেতেলিত পৰি থাকিল; গধূলিহে বিড়ি-চুৰট এহোপা মাৰিবলৈ দেহীৰ দোকানৰ ফালে ওলাই গ'ল। পুতেকক থেকেচি থেকেচি শাওপাত দি ধনেচৰ ঘৰতে আঁঠু দুটাৰ মাজত মূৰ সুমাই বহি থাকিল।

নদেচৰৰ কাৰণে ধনেচৰে বিহুৰাৰ জীয়েকক চাই থৈছিল। কিজানিবা বিয়াবাৰু কৰাই দিলে ল'ৰাটোৰ মতিগতি বদলেইবা বুলি ধনেচৰে আহাৰতে বিয়াখন পাতিবলৈ মন কৰিলে। আইতা ছোৱালীজনী কামেকাজে ভাল—দেখিবলৈ ল-পি, সুগঢ়ী। সেইদিনা দুপৰীয়া গৈ বিহুৰাৰ লগত আলোচনা কৰি আহাৰতে বিয়াৰ দিন ঠিক কৰি আহি বুঢ়াই পুতেকক উপদেশ বচন কেইষাৰ শুনাইছিলহি। দিনবাৰ ঠিক কৰাৰ কথা পুতেকক কবলৈ নহল পিচে দেই—চকুক সুধি নদেচৰে চাউল নবহায়; তাতে পেটে পেটে পুতেকলৈ খঙো উঠি আছিল।

গাঁৱৰ বাইজে অৱশ্যে প্ৰস্তাৱটো ভাল নেপাইছিল। নদেচৰ অকামিলা; আইতা ৰূপহী, গুণৱতী। ৰাইজৰ মতে আইতাৰ উপযুক্ত বৰ আছিল ভালিৰাম—গাত জোৰ আছে, গায়ে-গতৰে এমুঠি আৰ্জি খাব পৰা ডেকাল'ৰা। নদেচৰৰ বিহে গৎ, ধনেচৰে চকু মুদিলেই টেকেলি কাতি। অৱশ্যে যাৰ য'ত চাউল সাধি আহিছে হবই—জন্ম, মৃত্যু, বিবাহৰ কথা কোনেও কব নোৱাৰে। পূৰ্বজন্মৰ সাত পাকতহে ঘূৰিব। গতিকে ৰাইজৰ কোনেও এই বিষয়ে উচ্চবাচ্য কৰা নাছিল।

গাঁৱৰ ডেকা ল'ৰাই গধূলি পদূলিশুণ্ডাৰ পিচত দেহীৰ দোকানত বিড়ি-চুৰট এহোপা খায়হি। তাতে গাঁৱৰ উঠন পাটগাভৰু বচকীহঁতৰ বিষয়ে জুতিলগা আলোচনাও হয়। সেইদিনা খুমনৰ গেলায়ে নদেচৰক সুধিলে বোলে, "তোৰ বিয়া আহাৰতে ঠিক হ'ল হবলা?" নদেচৰে বোলে, "হবতো! মই ঘৰ পাতিলেনো কি



জগৰ লাগিল? উপাৰ্জন নাই বুলি মই বৰলা হৈয়েই থাকিমনে?" গেলায়ে বোলে, "নহয় সেইটো কোৱা নাই। কথা হৈছে আমাৰ উত্তৰাজানৰ দেৱতা চিৰি ভালিৰাম আইতা মহাৰাণীৰ পীৰিতিত পাগল হৈ আছে নহয় সেইবাবেহে কৈছো। তাৰ পিচে সা-সম্পত্তিৰ নামে লামলাকটু এডালো নাই—বাপেকটোৱে বোৱতী মাটিসোপা বন্ধকত দি মৰি থাকি তাক মাৰি থৈ গ'ল। নিজেও পেৰেতৰ পৰা উদ্ধাৰ হোৱা নাই। সেইবাবে বিহুৱাই তাৰ নামকে নুশুনে। কেইদিন তাক ঘৰৰ পৰা উলিয়াই দিছে!"—

এনে সময়তে কথাত ছেদ পৰিল—সোঁ শৰীৰেৰে আহি ভালিৰাম দেহীৰ দোকনত থিত্ত দিলেহি। ভালিৰামৰ চেহেৰাটো আছিল কন্ধৰ দৰে ভয়লগা—গাত মহিষাসুৰৰ বল। গোমোঠা মুখত আইসকলৰ গুটি গুটি দাগ, কিচকিচীয়া ক'লা, মূৰত থিয় থিয় কেইডালমান চুলি। কাণত ডাঙৰ ফুটা কৰি পুৰণা গতত গোঁটা কঁৰীয়া এযোৰ ওলোমাই থয়। গাঁৱৰ ডেকালৰাই একিল খোৱাৰ ভয়ত তাক সমীহ কৰি চলে। সিও স্বয়ং "দেশখনৰ গৰাকী" এনেহেন ভাবত চলাফিৰা কৰে।

দোকানত ভৰি দিয়েই ভালিৰামে মন কৰিলে যে আলোচনা বন্ধ হৈ গ'ল; গতিকে আলোচনাৰ বিষয়টো বুজিবলৈ তাৰ বেছি সময় নালাগিল। দং দং কৰে সোমাই গৈ দেহীকাইৰ পৰা এপইচাৰ বিড়ি লৈ আহি নদেচৰলৈ বাটলুগুটি হেন চকু দুটাৰে তেল্‌তেল্‌কৈ চাই ভালিৰামে বোলে, "তোৰ বোলে বিয়া পাতিছ আহাৰত? কইনাফেৰিনো কোন? অ'—হেঃ হেঃ আমাৰ আইতা হবলা? চাইচিতি চলিবি দেই—তাই ছোৱালী পিচে জয়াল।"

নদেচৰৰ খং উঠি গ'ল—"মোৰহে বিয়া পাতিছো, তোক কি দৰকাৰ? তাতে হেঃ হেঃ কৈ কোৰ যেন দাঁত কেইচলা নিকটাই হাঁহিছ?" ভালিৰামে পেংলাই কৰি বোলে, "অ' তোৰ বাহাদুৰি হৈছে—মূৰেভৰি কাঢ়িছ। বিয়া আৰু তইহে কৰাবি—অইনে কোনো

কাহানিও বিয়াবাক কাবোৱাই নাই নহয়!" নদেচৰে বোলে, "বাটৰ ফপৰা কুকুৰৰ দৰে ঘৰে ঘৰে চক্ক চেলেকি চেলেকি তোৰ আদ্‌বয়স গ'ল—আজিলৈকে গাত পানী এছাটি নপৰিল; অ'ত ঠেঙনি খাবি, ত'ত গোৰটো চৰটো খাবি, তোৰ তেনেকৈ লোকক চকু পকাওঁতেই দিন উকলিব।"

ভালিৰামে নদেচৰলৈ টোঁচা ললে—গেলায়ে বাবুলাই যেনিবা তাক ধৰি ৰাখিলে। মথুৰা আৰু বলৰামে নদেচৰক উলিয়াই আনিলে। ভালিৰামে খঙত কঁপি কঁপি আটাহ পাৰি কলে, "মোৰ মুখত বৰকথা কৈ আজিলৈকে কোনো সাৰি যোৱা নাই অ'—মই জীয়াই জীয়াই কেঁচাতেজ খোৱা মানুহ—মোৰ গাত কেঁচাইখাতী লম্ভে। ভালকৈ বুজিবাজি চলিবি—নহলে আইতা ছোৱালীজনী জীয়াবাঁৰী হব।"

নদেচৰেও আঙুলি জোকাৰি চিঞৰি কৈ গ'ল বোলে, "বৰমতাটো ওলাইছহি—আমাৰ গাঁৱৰ হেৰিয়াৰ ষাঁড় গৰুটোৰ দৰে জেওৰা নঙলায়ো ৰাখিব নোৱাৰে; বেয়াটোৰ লগত লাগিছহি—তোৰ কাৰণে নাকীজৰী মই বাটিম ব।"

গ'ল কথা গুচিল। এইবোৰ কথনমথন চলোতে দেহীকাইৰ পুতেক ভোকোৰা ভিতৰতে আছিল; জুহালৰ গুৰিতে বহি আঙুলি-মূৰত হিচাপ কৰিছিল—আইতাক কোনদিনা ঘৰৰ পৰা পলুৱাই নিব পাৰিলে সুবিধা হব। এইটি কামৰ কাৰণে ভোকোৰাই লগত আৰু দুটা ডেকাল'ৰা বন্দৱস্ত কৰি থৈছিল; মাত্ৰ টকা-পইচাৰ যোগাৰ-নোহোৱাতহে কামফেৰা সিদ্ধি হোৱা নাছিল। বাপেক দেহী আঁতকৰালী যখ—দোকানৰ পইচা থোৱা ছুখলগীয়া চন্দুকটোৰ ওচৰৰ পৰা নুঠেই; তাতে আজিকালি বিক্ৰীও কম। অন্ততঃ দুই তিনিশ টকা হাতত নহলে এনেবোৰ বজাঘৰীয়া কামত হাত দিয়া ঠিক নহয় বুলি ভোকোৰাই জানে। সেই কাৰণে মলাধঁপাতৰ চিলিমটো লৈ সি জুহালৰ গুৰিতে আকাশ-পাতাল গুণি আছিল। এনেতে দোকানত আইতাৰ বিয়াৰ দিন ঠিক হোৱাৰ কথা শুনি তাৰ কাণ



থিয় হ'ল—হয়নে আহাৰতে? সেই মৰকেলেপ্‌ নদেচৰৰ লগত? আৰু বেছিদিন পলম কৰিব নোৱাৰি তেনেহলে! তাৰ পিচত শুনিলে দোকানত নদেচৰ আৰু ভালিৰ দন্‌ লাগিছে। ভোকোৰা বাহিৰলৈ ওলাই নাহি ভিতৰতে তাপ মাৰি থাকিল।

চাৰিদিন মানৰ পিচত এদিন দুপৰীয়া শুনিলো বোলে নদেচৰে আগদিনা মাজনিশাতে উঠি কাৰবাৰ লগত মাছলৈ বুলি গৈ আৰু ঘূৰি অহা নাই; সেইদিনা গধূলিলৈকে নুবুৰাত গোটেই গাঁৱতে হুৱাহুৱা লাগিল। ৰাতি বাঁহৰ চুঙাৰ আঁৰিয়া লগাই লৈ গাঁৱৰ ডেকা-ডঙুৱাই দিহিঙে-দিপাঙে গোটেইখনতে বিচাৰিলে—শেহান্তৰ চাৰিমাইলমান দূৰৰ লখাইৰ পাৰৰ দলনিবোকাত গুভোতমূৰে পুতি থোৱা অৱস্থাত নদেচৰৰ ভেলটো পিচদিনা পোৱা গ'ল। পুলিচ আহি তহকিত্‌ কৰিলেহি—তেতিয়াহে সকলো সন্তেদ ওলাল। ধনেচৰে জবানবন্দীত কলে বোলে, সেইদিনা এন্ধাৰ ৰাতি—তাতে চিপাচপীয়া বৰষুণ। ৰাতি তিনিপৰত কোনোবাই দুৱাৰত ঢকিয়াই 'নদেচৰ' বুলি মাত লগালে। একেবাৰ মাততে নদেচৰে সাৰ পালে হবলা—ভিতৰৰ পৰা সহাঁৰি দিলত সিজনে বোলে, "লখাইত মাছৰ উজান পৰিছে; মাছকাট্‌দাখন আৰু টঙিবোৰ ল'—লখাইত মাছ ধৰোগৈ বল।" নদেচৰ উঠি গ'ল। আগেপিচেও তেনেকৈ যায়। গতিকে একো চিন্তাভাবনা নকৰি ধনেচৰ শুই থাকিল। বুঢ়াথেৰা মানুহ, এনেয়ে ৰাতি টোপনি নাহে; কলাঘুমটি ভাঙি উঠি যোৱাৰ কথা নাভাবিলেই। তাৰ পিচত কথা সেয়া।

ৰাতি অহাজনে বোলে মুঠেই এবাৰ মাতিছিল। মাতটোৰপৰা মানুহনে কি তৎ ধৰিব পৰা নগল—তাতে বুঢ়াৰ কাণ গধুৰ। গাঁৱৰ মানুহৰ এটা নিয়ম আছে, ৰাতিৰ আলহীয়ে তিনিবাৰ নেমাতিলে বোলে উঠি যাব নাপায়। বহুতৰ ৰাতি উঠি যোৱা বেমাৰো থাকে; আকৌ মাজে-সময়ে নানা অপদেৱতাই ৰাতি ছলিবলৈ আহে। এই অপদেৱতাবোৰে বোলে দুবাৰতকৈ বেছি মাতিব নোৱাৰে। গতিকে

এইটো ঘটনাৰ বাবে গাঁৱৰ সকলোৱে ধনেচৰ আৰু নদেচৰৰ কপালকে দূষিলে। বহুতে কলে বোলে সেইটো বাক্—উঠি যাওঁতে টিপচাকি এটা হাতত লৈ ছাঁটো পৰীক্ষা কৰি চাব লাগিছিল—বাকৰ ছাঁ নপৰে। কোনোৱে বোলো মাছ খোৱা উদ, তাক মাছৰ দাঁহেই খালে। তাৰ হুতাহটো ভাললৈ হোৱা নাছিল। সুবিধা বুজি বাকে ছলিলে। ৰাতি মানুহ মাতি নি বাকে দলনিত গুভোতমূৰে পুতি থয়—ভৰি ছুখনহে ওলাই থাকে। কোনোৱে কলে আইতা কুলক্ষী জীয়াবাঁৰী হ'ল। গাঁৱৰ মানুহে এনেকুৱা অপঘাত মৰণক অমঙ্গল বুলি ধৰিলে। বাপেক-মাকে ল'ৰা-ছোৱালীবোৰ ফুটগধূলিতে চপাই-কোঁচাই শুৱাবলৈ ধৰিলে আৰু গধূলিৰ পিচত কোনো মানুহ বাহিৰলৈ নোলোৱা হ'ল।

এই বঙা পাগুৰী মৰা পুলিচখনে পিচে ক'ত বাইজৰ কথা শুনে? যোৰহাট থানাৰপৰা দাৰোকা আহিল, কনিষ্টবল আহিল, গাওঁখনৰ পানীকেঁচুৱাটোৰপৰা আলৰ বুঢ়াটোলৈকে সকলোকে সুধিপুচি নোটবহীত লিখি থলে। তাৰ পিচত এদিন ঘপ্ কৰে আহি ভালিৰামক হাতকেৰা দি হাজোতলৈ লৈ গ'ল। পূৰা এপৰ মকতমা হ'ল—কামকাজ নাইকিয়া গাঁৱৰ ৰাইজখনে সদায় মকতমাৰ দিনত কেছাৰীত বহি থাকেগৈ। গাঁৱৰ ডেকা ডঙুৱাই দেহীৰ দোকানত হোৱা নদেচৰ আৰু ভালিৰামৰ কাজিয়াৰ কথা সাথী কলে। ঢেৰ সাথীবাদী জেৰা কৰি কেছ্ চলিল—ছুবছৰৰ মূৰত ভালিৰামক কলীয়া পানীলৈ পঠালে। জজে কলে বোলে সিয়েই নদেচৰক মাতি নি দলনিত পুতি থৈছিলগৈ।

দেহীৰ পুতেক ভোকোৰাই নিষ্কণ্টকা হৈ আইতাক পলুৱাই নিলে—চেলেঙ বিজাভত একুচনীয়া মাটি খুলি ঘৰ ললেগৈ। সিহঁতৰ পিচে সুখ নহল দেই—অচিন বেমাৰত কেইমাহমান ভুগি ভোকোৰাৰ মগজুৰ দোষ হ'ল। তাৰ পিচত অলপমান দিন লেলাই ধেন্দাই থাকি ভৰ বয়সতে মৰিল; পো-পোৱালি একো নাথাকিল।



আইতাই যেনিবা গুৰুগোঁসাই নমনা নগঞা এটা চপাই লৈ তাতে থাকিল। মেলেচৰ মেলেচ সেই নগঞাটোৱে বোলে এতিয়াও সোঁহাতে ভাত আৰু বাওঁহাতে জলকীয়া খায়।

এই ঢোলৰ ওজাবোৰ আজিকালি পুৰি খাবলৈকে নোহোৱা হ'ল—বিয়াই-বাৰুৱে, সবাহে-উছৱে বেন্‌পাৰ্টিৰ পেন্‌পেননিৰে ভৰিল। আগৰ দিনত ওজাৰ ঢোলৰ ছেঁৱত গাওঁভূই জন্‌জনাই আছিল।” “প্ৰথমে প্ৰণামো আই সৰেচতী দ্বিতীয়ে প্ৰণামো হৰি” বুলি ওজাই ৰাগ ধৰে; তাৰ পিচত ছেওঁ বজায়। ঢোলৰ বোলত আখৈ ফুটে—বজাব নোৱাৰা শব্দ নাই; মেঘৰ গাজনি, বৰষুণৰ টোপ্‌টোপ্, কুকুৰৰ ভুকভুকনি, বাঘৰ হাউৰি ভাল ওজাই পালে ঢোলত অবিকল ফুটাই দিয়ে।

বিয়াবাৰুত ওজাৰ যুঁজ হয় দৰাঘৰীয়া ওজা আৰু কইনাঘৰীয়া ওজাৰ মাজত। পদ আৰু ছেওঁ বজাই ওজাই ওজাই যুদ্ধ কৰে। তাতে কুমন্ত্ৰ কৰি ইটোৱে সিটোক বান মাৰে, আকৌ কুমন্ত্ৰ কৰি বান কাটে। দীঘল চুলি জোকাৰি আউলবাউল কৰি ওজাই ছেওঁ বজায়—মাঘমহীয়া জাৰতো কপালে ঘামে একাকাৰ হয়; তথাপি ৰাইখ্ নাই। হাতত প্ৰথমে পানীজোলা ফুটে, তাৰ পিচত পাৰত ঘা হয়; ছিৰলী ছিৰলীকৈ হাত ফাটে, ধাৰাসাৰে তেজ ওলায়; ৰাতিপুওৱাৰ সময়লৈ হাত উখহি ভিম্বাকাৰ দিয়ে—ঢোল বজোৱাৰ কিন্তু খতিখন নাই। হোমপোৰা শেষ কৰি কইনা লৈ দৰা উভতি যাবলৈ ওলায়, তুৱাৰ ধৰা শেষ কৰি পদূলিমুখত বৈ থাকেহি—ওজাৰ যুঁজ কিন্তু চলিয়েই থাকে। গাঁৱৰ ৰাইজৰ মান-অপমানৰ কথাতো!

মাজিউ প্ৰভুৰ বেচাৰ ছোৱালী মিলিলগৈ ধাপকটাত। প্ৰভুৱে গাঁৱৰে নবীন ওজাক মাতি নি কলে বোলে, “মোৰ বৰপোৰ বিয়া। ঢোলটো লৈ তই ওলাবি—ধাপকটীয়া ওজাক বৰোৱা যাৰে তাৰে কৰ্ম নহয়। হুল কাঢ়িবলৈ হুল লাগে। গাঁৱৰ ৰাইজখনৰ নাম-যশ

তোৰ ওপৰতে।" নবীনৰ বয়স তেতিয়া তিনিকুৰি দহৰ ওচৰাওচৰি— ইটো সিটো জবাবিয়াধিয়ে লগ লৈছে—বাবমাহৰ তেৰটা জগৰ। শৰীৰ দুৰ্বল, যুঁজেবাগৰে বৰকৈ নোলায়; এনেয়ে নৱানি পথাৰৰ মাজত চালিঘৰ পাতি গাঁৱৰ ডেকাল'ৰাক শিকায়হে। পিচে মাজ- প্ৰভুৰ আজ্ঞা গাঁৱৰ মানুহৰ মাজত শিলৰ ৰেখ। বিয়াৰ দিনা চুলপাৰী ধুতি আৰু চাপকন পিন্ধি গাত উত্তৰী চেলেং লৈ কঁকালত পাটৰ চাদৰৰ টঙালি বান্ধি নবীন ওলাল, লগত উজান দিবলৈ দুটা গুৰিধৰা টেমেকা শিকাই-বুজাই ললে। দৰা হাতীৰ পিঠিৰপৰা নৌ নামোতেই ধাপকটাৰ নিতাই ওজাৰ লগত নবীনৰ ভেটাভেটি। নিতায়ে বোলে, "তয়ে আহিলিনে? যমে চুলিত ধৰিছে, বুঢ়া হৈছ, কষ্ট পৰিশ্ৰম দেহালৈকে বেয়া। কোনোবা ডেকা তেজাল ঢুলীয়া এটাক শিকাই বুজাই নপঠিয়ালি কেলেই? মনৰ জোখাই এহাত বাই চালোহেঁতেন।" নবীনে বোলে, "ভতুৰা কুকুৰে কি চোৰ ৰখিব? তাতে সাতপুৰুষীয়া গুৰুঘৰৰ ডেকা অধিকাৰৰ বিয়া। আজি নহয় কাইলৈ অধিকাৰ হলে বিহুৰে-সংক্ৰান্তিয়ে তেখেতৰ ওচৰতে মূৰ দোৱাব লাগিব। গোটেই গাঁৱৰে মান-যহৰ কথা— সেই গতিকে নিজেই আহিলো।" নিতায়ে বোলে, "তই হৰিভকত। বয়সেও ভাটি দিলে—পৰন্ত অৱস্থা। গতিকে বাৰু টানি নধৰো।" তাতে নবীন ওজাই মনতে দুখ পাই কলে বোলে, "বুঢ়া হলে মানুহক ফপৰা কুকুৰেও ভুকে, ভতৰা বলদেও লঠিয়ায়। কিনো বিপৰীত কাল হ'ল এতিয়া মই নবীনক হজুৱায়ো গেঙেৰি দিয়ে। পিচে আমি একে গুৰুৰ শিচ—তই মোৰ কথা চিতা নকৰিবি—নিজৰটো চম্ভালি চল। বয়স হলেও মোৰ মনতে বাউসীতে সমান জোৰ। ফাক্‌ফুক্ নেদেখুৱাবি, ন্যায়ত চলিবি। ৰাতিপুওৱাৰ আগতে তোৰ চকুৰ আগত সৰিয়হ ফুল ওলাব।" মুখ বিকটাই নিতায়ে বোলে, "এওঁ ওলালহি ভেকুলীৰ বিয়াত বৰকথীয়া ধেন্দাই ওজা! বোলো মই তোৰ জোৰৰ নে ফেৰৰ?"



সভাসদৰ আগত ৰঙা শৰাইত তামোল-পাণ এশৰাই দি গুৰু- ঘেঁতা মাৰি ঢুলীয়া যুঁজ আৰম্ভ হ'ল। লাহে লাহে ঢোলৰ ছেওঁ খৰ হৈ আহিল—কাৰো মাত কোনেও নুশুনে; জয়ধনীয়া দুটা ঢোলত আখৈ ফুটিছে। নবীনে ঢোলৰ ছেঁৱতে প্ৰশ্ন কৰে, নিতায়ে ঢোলৰ বোলতে উত্তৰ দিয়ে। আকৌ নিতায়ে সমইচা কৰে, নবীনে থোৰতে বুজি উত্তৰ ফুটায়। তাৰ পিচত ঢোলৰ গমগমনিত ৰভাতলৰ ৰাইজৰ বুকুত হাতুৰি খুন্দা যেন হ'ল—কাণ তাল মাৰিলে; বৰতাৰ পৰলি উৰি যাওঁ উৰি যাওঁ হ'ল। নিতায়ে ধৰে, নবীনে এৰে; নবীনে ধৰে, নিতায়ে এৰে। দুয়োটাৰে হাত ফাটি তেজ বিৰিঙিল, ঢোলৰ ৰবতি ঢিলা হ'ল। হাতমাৰি কেনি ঘূৰিছে মণিবই নোৱাৰি; বাৰে বাৰে ঘাম মচোতে ডিঙিৰ ভমকাফুলীয়া গামোচা তিতি টুপ্‌টুপীয়া হ'ল, খোপা খুলি পৰি দীঘল চুলিত আউল লাগিল। চকুকেইটা হেঙুল যেন ৰঙা হ'ল, ভৰিৰ থৰযুগুতি হেৰাল। আই বসুমতীয়ে ঢোলৰ মাতত ফাঁট মেলো হেন কৰিলে।

এনেকুৱা সময়তে এটা নোহোৱা নোপজা ঘটনা হ'ল—নবীন ওজাৰ ঘাই হাতমাৰিডাল মাজতে ভাগি দুডোখৰ হ'ল। নবীনে সেইটো বোল ভগা মাৰিবেই চলালে। নিতায়ে বোল ধৰিলত নবীনে মুখৰ ঘাম মছি মছি পালি এটাক কলে বোলে, "মাৰি এডাল বিচাৰি আন। ই নিতায়ে কুমন্ত্ৰত ধৰিছে—এসেকা দিওঁ। চিনি পোৱা নাই বাপেকক!" পালিয়ে বাঢ়তি মাৰি নিছিলেই—উলিয়াই দিলে। কাঠ হাঁহি এটা মাৰি নবীনে ছেঁৱৰ মাজতে ৰাইজক বোলে, "ৰাইজ! ঢোলৰ ঘাত আচলতে তিনিটা—গুৰুঘাত, বৰঘাত আৰু মাৰ্যাত। আজি শেহৰটোহে বজাব লগা হ'ল হবলা। ধাপকটীয়া ফুকমন্ত্ৰৰ নমুনা দেখিলে। এতিয়া নেজৰচুকীয়া বৰঘাত চায়নে, ফুকমন্ত্ৰৰ মাৰ্যাত চায়?" ৰাইজৰ এজনে বোলে, "পাৰিলে বগৰাই দিয়া, ৰঙকে চাওঁ।"

দাঁতমূৰ কৰচি নবীনে ঢোলটো ঘূৰাই ললে; বাওঁহাতেৰে ঢোল

কোবাই সোঁহাতেৰে মচুন দিবলৈ ধৰিলে। বোলৰ শেষত নিতায়ে ছেওঁ ধৰিলে—কোব পৰা মাত্ৰকে ধম্‌কৈ ঢোলটো ফুটি থাকিল। নতুন ঢোল আহিল : খন্তেক তভক্‌ মাৰি থাকি নিতায়ে নতুন ঢোলত হাত দিলে ; তাৰ পিচত ঢোলৰ কি গৰ্জনি—যেন চৌষষ্ঠি আকাশ ফাটি বজ্ৰপাত বৰষিছে! দুয়ো ওজাই আঁঠুকাঢ়ি মুখামুখি হৈ একেলগে বজাবলৈ ধৰিলে। এটাই সুধিছে, ইটোৱে কৈছে। মাজে মাজে নবীনে ঢোলটোতে হামখুৰি খাই পৰে ; কঁপালৰ সিৰবোৰ ফাটি যাওঁ ফাটি যাওঁ যেন হৈ ফুলিছে, চকুৰ আগত ৰঙা-ক'লা দেখিছে, ঢোলত কিন্তু হাত বিজুলী বেগেৰে চলিয়েই আছে। এঘণ্টামান এইদৰে বজোৱাৰ পিচত নিতাই বেহুচ হৈ ঢোলটোতে মুখখন দি পৰিল ; হাতকেইটা ঢোলৰ ওপৰত নিজে নিজে চলি থাকিল। মুখেদি ফেন ওলাবলৈ ধৰিলে, তাৰ পিচত ফেনত তেজ বিবিঙিল। নবীনে পাগল হোৱাৰ নিচিনাকৈ বজায়েই আছে—কাণ্ডজ্ঞান নাই। হঠাতে নিতাইৰ গাটো হেন্দুলি উঠিল—মুখেদি এহোলোকা তেজ ওলাল। তাৰ পিচত আকৌ এহোলোকা! অকণমান সময়ৰ ভিতৰতে নিতাইৰ ডিঙি বেঁকা হ'ল, কোৱাৰিয়েদি ধাৰাসাৰে তেজ বৈ ঢোলে-চাৰিয়ে ৰঙা ৰাঙলী হ'ল। ইফালে নবীনৰ মূৰত দেওধনি চৰিল—তাক হাতত ধৰিও ৰখাব নোৱাৰা হ'ল। বুঢ়া ওজা মেধিয়ে বোলে, “নবীনক কিবা উপায়ে থমাব নোৱাৰিলে নিতাই আৰু উঠিব নোৱাৰে—ঢোলত মুখ দি তেজ বতিয়াই মৰিব।”

শেহান্তৰত দুতৰপীয়া কম্বলৰপৰা মেৰধৰা এৰি স্বয়ং মাজিউপ্ৰভু সভাথলীলৈ আহিবলগীয়া হ'ল। নবীনক দুইহাতে গৰামাৰি ধৰি কলে বোলে, “মোৰ ঘৰলৈ লখিমী বুলি লোকৰ ঘৰৰ ছোৱালী এজনী নিবলৈ আহিছো ; ৰাইজৰ মান ৰল—এতিয়া একো অথন্তৰ অমঙ্গল নকৰিবি বোপাই! মোক সকলোৰে আশীৰ্বাদহে লাগে।”

নবীন থামিল। পিচে ঢোলৰপৰা হাত এৰিয়েই বিমূৰ্ছিত



হৈ পৰিল। মূৰত তেলপানী দি শুশ্ৰূষা কৰিলত জানিবা অকণমান পিচত চকু মেলি কেউফালে চালে। ইতিমধ্যে নিতাইৰ তেজবমি বন্ধ হৈছিল। তাক চাংদোলাকৈ নি ভাবিবাম বেজৰ ঘৰত চম্‌জাই দিলেগৈ। কিছুপৰ পিচত তাৰো গিয়ান ঘূৰিল ; কিন্তু পোন হৈ বহিব নোৱাৰিলে—লে-বায়েই থাকিল।

নবীন ওজাই ৰাইজক কৰযোৰে প্ৰণিপাত কৰি বোলে, “জেদত লাগি বুঢ়াকালত অকৰ্ম কৰিলো—ৰাইজে এইবাৰলৈ খেমিব। মই পাপীয়ে আৰু গুৰুঘেঁতা মাৰি ওজাযুঁজত হাত নিদিওঁ—এইধাৰ গুৰুৰ মলাও আজি ৰাইজৰ আগতে অগ্নিদেৱতাই লওক। কাললৈ খিয়াতি ৰল—এতিয়া কন্‌কনীয়া বুঢ়া হাড়ডাল পাপতে জহিপচি যাব।” এইবুলি ডিঙিৰপৰা ওজাবৰণৰ মলাধাৰ সোলোকাই নবীনে হোমৰ জুইতে দিলে।

ৰাইজে বোলে, “আজি নিশা ওজাৰ যুঁজহে হ'ল—ঢোলৰ বিহ্যাত হাত কিমান পকিছে নুশুনিলো। ছেওঁ এটা মাৰি শুনালে ভাল।” নবীনে বোলে, “ৰাতি পুৱাবলৈ এতিয়াও এপৰ। ৰাইজৰ আদেশ হলে বন্দীয়ে এহাত বজাই শুনাবলৈ ৰাজী।” এইবুলি আঠোটা ঢোল একেলগ কৰি নবীনে চক্ৰবেহু পাতি ললে ; দুহাতে চাৰিডাল মাৰি লৈ মাজত সোমাই আঠোটা ঢোল একেলগে বজাবলৈ ধৰিলে। আকৌ দুখন হাত তেজেৰে ৰাঙলী হ'ল চকুত হেঙুল বঞ্জিলে। ৰাইজ কাঁহ পৰি জীণ গ'ল। ঢোলৰ মাতত আকাশ ফালফাল হ'ল। নবীন ওজাৰ গলাও আছিল সুৰীয়া—বৈ বৈ বজোৱা ঢোলৰ মাতৰ মাজে মাজে সুৰ লগোৱা গীত-পদে পুৱতী ৰাতি ৰাইজক মোহিনী বান মাৰিলে। বিয়া ভাগি এপৰ গ'ল ; কিন্তু দৰাঘৰীয়া কইণা-ঘৰীয়া ৰাইজৰ কাৰো উঠিবৰ নাম নাই। লাহে লাহে ফেঁহুজালি দিলে। গছৰ ডালত চৰাই পৰিল। তাৰ পিচত পূবৰ আকাশ ৰাঙলী হলতহে দবীন ওজাই ঢোলবোৱা শেষ কৰি ৰভাতলীতে ঢেবাইমেৰাই পৰিল।

তিনিকুৰি আঠ বছৰীয়া নবীন ওজা ঘূৰি বছৰ শাওণত মৰিল, লগতে এশ এবুৰি ওজালি লৈ গ'ল। দেহ-মন দি নবীনৰ বিদ্যা শিকি লব পৰা গুণী শিচ্ এইছোৱাত নোলাল। চাৰিগাঁৱৰ পুহাই ওজাইহে তাৰে কিছু ৰাখিলে।

ৰবগঞা বগৰাই ভৰ বয়সতে ৰবলা হৈ দিনতে এন্ধাৰ দেখিলে। সেই বেমাৰৰ বাঁহ পুতলাজনীক বিয়া কৰাই ঘৰ সুমাবৰ দিন ধৰি সি এনেয়েও সুখৰ মুখ কাহানিও দেখিবলৈ নাপালে, তাতে কণ কণ অপগণ্ড ছোৱালী দুজনী এৰি থৈ তাই মৰাৰ পিচত বগৰাৰ দিন নাযায় ৰাতি নুপুৱায় হ'ল। গঞা-গিয়াতিয়ে আশ্বাস দি কলে বোলে, "তোৰ দুকুৰিৰ দেওনা পাৰ হয় নহয়; গায়েগতৰে মানুহটো! ইমান চিন্তা-ভাবনা, শোক-দুখ কৰিবৰ কি দৰকাৰ? তাই কালজনীৰ আয়ুস টুটিল, গ'ল; সংসাৰত কোননো কেইদিন থাকিব? তোৰ টেটুত পিচে জৰজৰ বোজা এটা ওলোমাই থৈ গ'ল নহয়, গলৰ মণি সেইবোৰহে তই চম্ভালিব লাগিব। ভাল ঘৰ ধৰা ছোৱালী এজনী চাই গাটো ধুৱা।" বগৰাই বোলে, "নেলাগে, নেলাগে, এয়ে আঁটিছে। বিষয় বিষধৰ বিষে জৰজৰ, তাই কেঁচাই খাতীয়ে একুৰি বছৰে মোক নাকনি কাননি কৰিলে। মই শৰণ-ভজন লৈ কেৱলীয়াহে হওঁ বুলি ভাবিছো—আকৌ বিষয়ৰ মেৰপাৰত নোসোমাওঁ।" সি তেনেকৈ ছমাহমান থাকিল।

পিচে মানুহৰ তেজ-মঙহ খাই এবাৰ জুতি পোৱা বাঘে বোলে মানুহ খেদি বিচাৰি খায়। বগৰাৰো সেয়ে হল; ঘৰ-সংসাৰৰ সোৱাদ আকৌ মনত পৰিল—তিতা-কেঁহা জলা-টেঙাবোৰ পাহৰি গ'ল। তলে তলে খবৰ-খাবাৰ কৰিবলৈ ধৰিলে, কোন গাঁৱৰ কাৰ ঘৰৰ বয়সত বোন্দোৰা আবিয়ৈ ছোৱালী কিমান দূৰৰ বৰপুখুৰীত গা ধুবলৈ যায়, কোনজনী ঘৰতে ভকৃণ হৈ উঠি থকা ছোৱালীৰ বাপেক ভঙুৱা মাক বেমাৰী হোৱাত গোন্ধতেল, পাউদাৰকণৰ অভাৱ!

অ'ত-ত'ত আগবঢ়া পিচপৰা কৰি কৰি শেহান্তৰত বগৰাৰ চকু ৰলগৈ ঘিণাই কানীয়াৰ একুৰি বাৰ বছৰীয়া জীয়েক চেঙেৰীৰ ওপৰত; আৰু পুতলা মৰাৰ বছেৰেক নৌঘূৰোতেই বগৰাই গায়ে-মূৰে মাহ-হালধি সানি চেঙেৰীক বিয়া কৰাই আনিলে—অকালন মাউৰী ছোৱালী দুজনীৰ প্ৰতিপাল কৰিবলৈ।

চেঙেৰীৰ মুখখন আছিল লাওপাত কচুপাত। এনেয়ে কামেকাজে দলিয়াই পেলাব পৰা ছোৱালী নহয়; পিচে মুখখনৰ কাৰণেই তাইক খুজিবাঢ়ি নিওতা মুনিহ এটা নোলাল। বাপেক তেৰাহি কানীয়া, ছোৱালীৰ ভৰ বয়সত কাণসাৰ নকৰিলে, আয়েকো শয্যাগত; বেমাৰীৰ আলপৈচান ধৰিবলৈ এনেকুৱা ভাতকাপুৰীয়া বান্দী এজনী আকৌ থিতাতে ক'ৰপৰা পায়; গতিকে ছোৱালী উলিয়াই দিবলৈ চেষ্টা চৰিত্ৰ নকৰিলে। গাঁৱৰ ডেকা-দঙুৱা দুই-চাৰিটাই দিনে-পোহৰে ঘিনাইৰ বাৰীৰ ঢাপৰ ফুটুকানিত চোপ দিয়ে; গধূলি বিয়লি সেইবাটে যাওঁতে ঘিণাইৰ পদূলিত চিঞৰি চিঞৰি বিহুনাম গায়, বিয়াই-বাৰুৱে ভেটাভেটি হলে চেঙেৰীয়ে শুনাকৈ নিজৰ ভিতৰতে খুহুটীয়া কথা কয়। সিহঁতে কিন্তু তাইৰ মন নাপালে; চেঙেৰীৰ মাকেও এনে পদূলিশুঙাৰ দলক আশ্ৰয় নিদিলে। গতিকেই ভৰ ডেকাকালতে এজনীৰ মূৰখোৱা বগৰাৰ চকু নপৰালৈকে চেঙেৰী আবিয়ৈ হৈ ঘৰতে লা-ঢো কৰি থাকিল।

বগৰাৰ মাটিবাৰী সম্পত্তিৰ অন্ত নাই; তাৰ কাৰণে চেঙেৰীক খুজিলত ঘিনাই কানীয়াই পেটে পেটে ভালেই পালে। দৰকাৰ মতে জোঁৱায়েকৰপৰা সিকিটো আধলিটো সৰকাৰ পাৰিব। চেঙেৰীৰো ভৱিষ্যত ভালেই—আগৰ হাতেৰাকী ছোৱালী দুজনী ঈচৰৰ কৃপাত বাচি থাকিলে উলিয়াই দিবলৈ কেতপৰ? সা-সম্পত্তি চলাইকৰাই খাব পাৰিলে চেঙেৰীৰ কপালত অময়া সুখ হব। গতিকে ঘিনায়ে মত দিলে; নৰীয়াপাটীত কেঁকাই থকা মাকক সুধিবৰ দৰকাৰেই নহল—দিনবাৰ চাইচিতি এমাহৰ ভিতৰতে বিয়া হৈ গ'ল।

তলত এমুঠন খেৰ পৰা হৈৰ আগে-পাছে আঁবকাপোৰ তৰা গৰু গাড়ীখনে টিলিঙা বজাই বজাই চেঙেৰীক গিৰীয়েকৰ ঘৰলৈ লৈ যাওঁতে, গাঁৱৰ মাজৰ বাটে বাটে চেঙেৰীয়ে বাউচি জুৰি কান্দিছিল। কি ইননি বিননি—চিঞৰত গছৰ পাত সৰে! সুৰ লগাই লগাই, ঠেও ধৰি ধৰি “পিতাই ঐ, তইঁতৰ এমুঠি পঁইতা কৰ্কৰায়ো মোলৈ নাটিলেনে ঐ”, “ছকুৰি বছৰীয়া বৰলা এটালৈনো মোক কোনসতে দিলিহঁক ঐ—তইঁতৰ দেখোন আগলৈকো নাই পাছলৈকো নাই। মোকনো যমলৈকে নিদিলি কেলেই ঐ!” “আই ঐ! পটাগুটি এটালৈকে দিয়া হলে তইঁতৰ হাতলৈ মুখলৈকে চাই বাচি থাকিলো-হেঁতেন, এতিয়া জীয়াই জীয়াই জ্বলা জুইত দি মাৰিলিহঁক ঐ—মইনো কোন জনমত শতুৰু সাধিছিলো ঐ!”—

চেঙেৰীৰ জীৱনটো পিচে একপ্ৰকাৰ ভালে ভালেই কাটি গ'ল বুলিব পাৰি। মাউৰা ছোৱালীহালকে নিজৰ বুলি বুকুত চপাই ললে—মাহীমাক যদিও ছোৱালীহঁতৰ কাণৰ পানীও কাণে নগল। তাইৰ নিজৰ পো-পোৱালি একো নহল; বগৰাৰ মতে, মাকৰ ঘৰত থাকোঁতেই চেঙেৰীৰ গাত হৈছিল, তাতে গাঁৱলীয়া কঢ়া দৰব খালে। পো-পোৱালি নথকা কাৰণে কিন্তু বগৰাৰ মনত দুখ নাছিল দেই—তাৰ মনত হলে বিন্ধা দি বিন্ধিছিল চেঙেৰীৰ চোকা মুখখনৰ কথাইহে। তাইৰ একাচেকা জিভাৰ আগত বগৰা পূৰা শাসনত আছিল—সি বেচেৰাই মাত মাতিবৰ সুবিধাকে নাপায়। অনাহকতে অহৰহ ইমান গালিশপনি, নেওচাকেওচা খায়ো মুখেৰে এবাৰ মাত্ৰ নামাতে, এনেহেন মতা বগৰাক আমাৰ গাঁৱৰ মানুহে ‘তিকতাসেকুৱা’ ‘বুঢ়া-কালত গাভৰু তিৰুতা আনি গোলামী কৰি চৈধ্যপুৰুষ উদ্ধাৰ কৰিছে’ বুলি আকাৰে-ইঙ্গিতে ইতিকিং কৰিছিল। সেইবোৰ কথা পিচে বগৰাৰ একাণে সোমাই ইকাণে ওলাই যায়।

ছোৱালী দুজনী উলিয়াই দি বগৰাহঁতৰ মানুহহাল নিঠৰুৱা হ'ল। সকজনীলৈ চপাই-কোচাই লবলৈ নিবহনিপানী ল'ৰা এটা বিচাৰিছিল



—নেপালে; পিচত নাওবৈচালৈ দিলে। বিয়াৰ পিচতে ছোৱালীক মাকৰ ঘৰলৈ পঠোৱা নপঠোৱা লৈ শহুৰ-জোঁৱাইৰ খকাখুন্দা লাগিল। তাৰপৰাই জোঁৱায়ে শহুৰৰ ঘৰলৈ ভৰি দিবলৈ নহা হ'ল। তেনেই অকলশৰীয়া হৈ বুঢ়া-বুঢ়ীয়ে মাটিবোৰ আধি দিলে, বাৰীখন জেলে-পনি হাবি হ'ল; দিনতে শিয়াল ওলায়—সেইহেন প্ৰকাণ্ড বাৰীখন গছে-বনে কিবা এৰাবাৰী যেন হলগৈ।

চেঙেৰীৰ মুখৰ চোক বুঢ়া বয়সতো নকমিল। উঠিব লৰিব নোৱাৰা বুঢ়া বগৰাৰ লেদেনা উকটি প্ৰতিপাল কৰি কৰি নিজৰ শৰীল ঘূণীয়া কৰিলে; মুখৰ বকবকনি পিচে দিনে-ৰাতিয়ে সমানে চলে দেই। বকনি শুনি শুনি আমনি লাগি কেতিয়াবা বগৰাই কয়, “চাওঁ পথা এডাল দে, মই টিপজৰীকে লওঁ।” চেঙেৰীয়ে পথা এডাল বিচাৰি-খোচাৰি আনি চোঁচনি গাঁঠি এটা দি বোলে, “এইডাল লোৱা—ক'ত মৰা মৰাগৈ। মৰিলে তুমিও উধাৰ হবা, ময়ো হম। কি স্বৰ্গসুখটো খাব—খুৱাবলৈনো কেলেপ্ কেলেপ্‌কৈ কাল বৰ্ঞ্চি আছা?” বুঢ়াই থেৰোগেৰো কৰে; চেঙেৰীয়ে বোলে, “হোঃ তোমাৰ সিমানটো কলডিলীয়া সাহ আছে হয়! পাৰৰ কলিজা তোমাৰ—তুমি বুঢ়াই কি চিপ্‌জৰী লবা?” তাৰ পিচত ভোৰ্‌ভোৰায়, “আমাৰ গাঁৱৰ সেই অমুকহে আছিল--কি শামুকৰ শাহ হেন সাহ! ঘৈণীয়েকে এদিন চুঃ বুলিবলৈহে পালে—লোকে এককোবেই গৈ ঘটা কোবোৱাৰ আহঁত গছজোপাত চিপ্‌জৰী লৈ স্বৰ্গগামী হ'ল।”

জুহালৰ গুৰিতে তিনিমূৰীয়া হৈ বহি বহি বগৰাই মৰিবলৈ ভাল দিনবাৰ চাই আঙ্গুলিমূৰত তিথি গণে। বুঢ়ীয়ে বোলে, “তুমি বুঢ়া ভাল তিথিত নমৰা; কমেও তিনিপাত পুহকৰ লাগিব।” মাজে মাজে বগৰাই পাটীত পৰি কেঁকালে কয়, “মাঘী সপ্তমী গ'ল, ফাকুৱা গল, শিৱৰাত্ৰি গ'ল—তুমি অপয়া বুঢ়াই মৰিবলৈ নেদেখিলা? কিনো পুইনখন কৰিছা ভাল তিথিত মৰিবলৈ! তুমি বুঢ়া মৰিবা ভৰবাৰিষা মৰ আঁউসীৰ ৰাতি ওপৰে বৰষুণ তলে পানী; ভেলটো ও-প-ভি

থাকিব। খৰি দিবলৈ মানুহ এটা নোলায়।" বুঢ়াই কলে, "তই কেঁচাইখাতীয়ে হবলা মোক মাৰি লৈ ৰাজপাট খাবলৈ বাট চাই আছ? শোহটো খাবি ব—মৰিলে মুখত কৰ্কৰীয়া জল এটোপা দিবলৈ কুলত ল'বা এটাৰ মুখ নেদেখিলি—জোৱায়েৰহঁতৰ সেয়াই! বৌ বৌ নৰকত পচি থাকিবিগৈ।"

পিচে সঁচাকৈয়ে এদিন বগৰা মৰিল। মূৰটো আচন্দ্ৰাই কৰিছে বুলি কৈ জুহালৰ গুৰিতে টলি পৰিল—তুলসীৰ তললৈ উলিয়াবৰ সময়কে নহল। গঞা-গিয়াতিয়ে খবৰ পাই বগৰাক চাঙিত তুলি নি কেঁচা বাঁহ কাটি উত্তৰাবাৰীত পুৰি থৈ আহিল। চেঙেৰী বজ্ৰপাত পৰি কাঠ হোৱা যেন হ'ল, চকুত পানী এটোপালো নোলাল। মাজে-সময়ে হুমুনিয়াহ একোটা কাঢ়ি পিৰালিতে বহি থাকিল—ঘৰটো বোলে মৰা অশচত পেলনি গ'ল। বগৰাৰ ককায়েকৰ পুতেক এটাই চতুৰ্থা শৰাধ কৰিব খুজিছিল, চেঙেৰীয়ে নিদিলে। বোলে, "জীয়াই থাকোঁতে মুখত পানী এটোপা নিদিলিহি, এতিয়া মৰিলত মূৰ খুৱাই অশচ খাটি শৰাধ কৰিবলৈ আহিছহঁক! সম্পত্তিসোপা খাবলৈ পোৱাৰ আশাত হো!" তাৰ পিচত বোলে, "নেলাগে শৰাধ কৰিব। ময়ো মৰিম ব! তাৰ পিচত দুয়োটা ভূত হৈ এইখন বাৰীতে থাকিমহি—তহঁতক জাল খুৱাম। এটা সেয়া ভিতৰতে মৰিল, মোকো তহঁতে বাহিৰলৈ উলিয়াই মাৰিব নেলাগে।"

বগৰা মৰাৰ তিনিদিনৰ দিনা ৰাতিপুৱা গাঁৱৰ ৰাইজে দেখিলে পিৰালিতে মূৰ থৈ চেঙেৰীৰ মৰা শ-টো পৰি আছে। দুচকুত দুধাৰ পানী—গঞা ৰাইজে সেই প্ৰথমবাৰৰ কাৰণে চেঙেৰীৰ চকুত পানী দেখিলে। নিজেও ভিতৰতে মৰাৰ ভয়ত বগৰা মৰা দিন ধৰি চেঙেৰী ঘৰটোৰ ভিতৰলৈ নোসোমাল—এঢোক পানীও নিগিলিলে। মৰন্ত কালতো মুখত পানী এটোপা নপৰিল। বাহিৰতে থাকিল, বাহিৰতে মৰিল। ৰাইজে খৰিখেৰ দিলে, বগৰাৰ ভতিজাক ভলুকাই মূৰ খুৱাই দুয়োৰে শৰাধো কৰিলে; মৰাৰ লগত যোৱাসকলক নাম



নিমিত্তকৈ জলপান একোটাও খুৱালে। বগৰাৰ বাৰী-মাটি পিচে কোনেও ভোগ কৰিবলৈ নেপালে দেই, গাঁৱৰ দুই-চাৰিয়ে সেইখন এৰাবাৰীত খৰি লুৰিবলৈ সোমাই দিনতে ভয় খোৱাৰ পিচত এতিয়া গঞা ৰাইজে সেইপোনে মুকে নকৰে। আজি কালি তাত দিনতে দুহুৰে মাতে, ফেঁচাই 'নিওঁ' 'নিওঁ' কৰে। সেইখন এতিয়া জয়াৰ এৰাবাৰী হ'ল।

এতিয়া যে গেলামালৰ দোকানখনেৰে সৈতে দেহীৰচুক বহিছে, সেইখন বাৰীতে দঢ়ীয়া মুছলমান দৰ্জি এটাৰ দোকান আছিল; তাৰ নাম ফুলু দৰ্জি। তাৰ বাৰীখন আছিল চাৰিপুৰা মাটিৰ—এতিয়া তাত এঘাৰ ঘৰ মানুহ বহিছে। তেতিয়াৰ দিনত মাটিবাৰীৰ পৰোৱাই নাই নহয়—জেওৰা এখন দি মনক আঁটে মানে মাটি এৰখলা বেঢ়ি লৈ মৌজাদাৰৰ কেছাৰীত খবৰ এটা দিলেই নামজাৰি পট্টা হয়; তাৰ পিচত বছৰে বছৰে খাজনা আদায় কৰিবলৈ মৌজাদাৰৰ টেকেলা আহে। গাওঁবুঢ়া আৰু মৌজাদাৰৰ লগত আলচ কৰি তোৰ ককাৰেই ফুলু দৰ্জিক আনি ইয়াত পাতিছিলহি; তাৰ আগতে কিছুদিন সি নবীন বৰঠাকুৰৰ চাহ বাগিচাত দৰ্জিৰ কাম কৰিছিল।

ফুলু দৰ্জিৰ উপৰি পুৰুষৰ আচল ঘৰ ক'ত কোনেও নেজানে আমি শুনামতে তাৰ আজোককাক হেনো কোনোবা পচিমীয়া দেশৰ পৰা আমাৰ স্বৰ্গদেৱৰ লগত যুদ্ধ কৰিবলৈ আহিছিল; যুদ্ধত হাৰি সেই সৈন্য-সামন্তবোৰ পিয়াপি দি পলাল আৰু তাৰে কিছুমানে ইয়াতে ঘৰবাৰী পাতি নিগাজী হ'ল; বোলে, "এই মুলুকৰ মাটি সাৰুৱা—আঁচ মাৰিলেই ফচল ফলে; হেৱা-পানীও ভাল। ব'দে-বৰষুণে সমান। অকণমান হাত জোকাৰিলেই খাবলৈ এমুঠিৰ অভাৱ নহয়। এস্তাৰ মাটি আবাদী পৰি আছে, খেতি-খোলা কৰিবলৈ মানুহ-দুনুহ কম। মিছাতে পৰৰ গোলামী কৰি অঘৰী তলুৱা বান্দৰৰ দৰে আজি অ'ত কালি ত'ত ঘূৰি ফুৰাৰ কি দৰ্কাৰ? পৰৰ মুলুক দখল কৰি

জাহাপনা ধনী হব, আমাৰনো কি?" এই মানুহবিলাক প্ৰথমতে লুইতৰ পাৰে পাৰে পলসুৱা মাটিক আশ্ৰয় কৰি ৰহিল; দূৰে দূৰে খিলঞ্জীয়া ৰাইজৰ আগলিদিগলি চালে, থানিৰ থিতাপি মানুহবিলাক ভাল—পেটে-মুখে কুচুৰ্ট-কপট নাই। বাহিৰৰ দেশৰ মানুহ এন্তাৰ আহিছে—আহি অসম দেশত জীণ গৈছে; উভতি যাবলগীয়া হোৱা নাই। গতিকে এই ন-পমুৱা মুছলমান মানুহবোৰে ব্ৰহ্মপুত্ৰৰ পাৰ এৰি লাহে লাহে ভিতৰ সোমাই আহিল। অসমীয়া মাত-কথা, আচাৰ-ব্যৱহাৰ শিকিলে, ধৰ্মটো বেলেগ থাকিল—কিন্তু মানুহবোৰ নামেকামে একেবাৰে অসমীয়া হ'ল। আমাৰ ধুতি-নীতিও বহুতে মানিলে। সমিলমিল ভাৱত ওচৰাওচৰিকৈ নামঘৰ মছজিদ হ'ল। এইদৰে অসমীয়া ৰাইজৰ মাজত এই পমুৱা মানুহবোৰ জীণ গ'ল ধৰ্মৰ কথাত সিহঁত সিহঁতৰ মতে চলে, আমি আমাৰ মতে চলো; বাকীবোৰ কথাত আমি সকলোৱে একেমতে চলো। সকলোবোৰ আপোন ককাই-ভাইৰ দৰে হ'ল—ভেদভাৱ নাই, বাগৰিবোধ নাই।

নগাঁৱৰ চাপৰমুখ আৰু বৰকুলা (?) গাঁৱত এনেকৈ থিতাপি লোৱা পঞ্জাবী মানুহো বহুত আছে। এওঁলোকে দাড়ি ৰাখে, পাগুৰি মাৰে; কিন্তু অসমীয়াৰ সাতামপুৰুষীয়া বিহুও পাতে।

এনেকুৱাকৈ অসম দেশত থিতাপি লগা এটা মুছলমান পৰিয়ালৰে ল'ৰা আছিল ফুলু দৰ্জি। দেউতাক নগাঁৱৰ জাঁজৰিৰ ওচৰৰ কোনোবা এখন গাঁৱত থানথিত্ লাগিছিলহি। খেতিবাতি কৰি পৰিয়ালটো পোহপাল দিছিল। আকালো নাই, ভঁৰালো নাই। কোনো ৰকম পেটেভাতে এমুঠি খাই বৰ্তি থকা মানুহ। তেতিয়া আকৌ আমাৰ দেশত ন-কৈ কুম্পানী সোমাইছেহি—চাহ কুম্পানী হৈছে, ৰেল কুম্পানী হৈছে। ই ফুলুৱে পিতাকক কলে বোলে, "আহোম স্বৰ্গদেউ গুচি বগা চেহাবসকল ৰজা হৈছে, মানুহবো ৰোজকাৰীৰ নতুন নতুন বাট-বড়িয়া ওলাইছে, তহঁতৰ আদবয়স গ'ল নাঙলৰ কুটিত ঘাম পেলাই খেতিবাতি কৰি টোকোনা ভাত খায়। এতিয়া আমি ডেকা-



দঙুৰাবোৰক বাহিৰলৈ ওলাই যাবলৈ দেহঁক—নিজৰ ৰাস্তা নিজে উলিয়াই লওঁ। হয় যদি কিবা উদ্গতি হব, নহলে ঘৰৰ ল'ৰা হাতে মুখে ঘৰলৈ ঘূৰিম; তেতিয়া কৰ্কৰা পঁইতা এগাল খুৱাবি।"

ফুলুৰ আইতাক আকৌ বেজী-সূতাৰ কামত পাকৈত আছিল—একেবাৰে মিহি হাত—হাতৰ কামবোৰ দেখিলে সূতাৰে তোলা ফুলেইনে আঁকা ছবিয়েই ধৰিব নোৱাৰি। তেওঁলোকৰ উপৰি পুৰুষৰ ব্যৱসায় বোলে সেইটোহে। তিনিমূৰীয়া বুঢ়ীয়ে পাটীত বহি গুণা ফুলজাৰিৰ কাম কৰে, পাটৰ কাপোৰত কল্কা বাচে। সৰুকালত ফুলুৱে ওচৰতে বহি চাই থাকে, মাজে-সময়ে আইতাকক মোৰ ধৰি দিয়ে, মাজে মাজে বুঢ়ীৰ চকু বিষালে দুই-এটা চিলায়ো কৰি দিয়ে। এনেকৈয়ে ফুলুৱে সৰুকালতে চিলাইৰ কাম কিছু কিছু শিকিলে। সেইখিনি বিদ্যা আৰু হাত দুখনকে সমল কৰি ডেকা ল'ৰা ফুলু নগাওঁ পালেহি।

মহাপুৰুষ ছওঁৰা সত্ৰ থাপি যোৱা, নকৈ পতা নগাওঁখন বৰ ডাঙৰ গাওঁ আছিল। তাতে সৰুসুৰা দুই-এখন চাহ কুম্পানীও হৈছিল। আমাৰ বৰঠাকুৰৰ ঘৰৰ লোকেচৰ তাৰে বিল্টন বাগিচাত পাতঘৰৰ মহৰী। কিবা সকামত চাপৰমুখলৈ যাওঁতে লোকেচৰে ম'হৰ গাড়ীৰপৰা নামি নগাঁৱতে এৰাতি খপি গ'ল। তাতে ফুলুক লগ পাই কথা-বাৰ্তা পাতি বৰ ৰস পালে, বোলে, মুছলমানৰ ল'ৰা, তাৰ কথা-বাৰ্তা, চেহেৰাপাতি, চলন-ফিৰন কি নেচাবা? ইংৰাজী দুপাত পঢ়া নাই যদিও এই ল'ৰাই কালত একঠা খাব। সেইবুলি বামুণপুখুৰী বাগিচাত থকা ভায়েক নবীনলৈ চিঠি লিখিলে বোলে, "ল'ৰাটো ভাল, কামকাজ এটা দি পাৰিলে ৰখাই থবি।" ফুলুৱে এছোৱা বাট ৰেলেৰে আৰু বাকীছোৱা বাটকুৰি বাই খোজকাঢ়ি গৈ বামুণপুখুৰী পালেগৈ। নবীনে ককায়েকৰ চিঠি পাই ফুলুক বেহেৰা ঘৰতে ৰাখিলে। সুধিলে বোলে, "কি কি কাম জান?" ফুলুৱে বোলে, "কাপোৰ-কানি চিলাই কৰাৰ কাম জানো, বন্ধা-বঢ়া কৰা

খান্চামাৰ কামো জানো। খেতি-বাতিৰ কামো জানো, পিচে কৰিবৰ ইচ্ছা নাই।" নবীনে বোলে, "তোৰ পঢ়া-শুনা নাই; অন্ততঃ ৰিডাবৰ ঘোঁৰাটোলৈকে আখৰকেইটা চিনি থোৱা হলে অফিচতে কেৰেণী-মহৰীৰ কাম এটাত আগপিছ কৰিব পাৰিলিহেঁতেন, এতিয়া সেইপোনেও মুদা মৰিল। মই লাগি ধৰি দিওঁ, ব্যৱসায় এটাকে কৰ।" এইবুলি ফুলুক বাগিচাতে দৰ্জিৰ দোকান এখন পাতি দি বহুৱালে। আৰ্জন বৰ কম নহয়, কুলি-মালী, বাবু-চেহাবৰ চিলাই ৰিপু কৰি ফুলুৱে দুসাজ খাই দুপইচা সাঁচিব পৰা হ'ল। আজৰি সময়ত বজাৰৰপৰা কাপোৰ কিনি সাপ্তাহিক বজাৰৰ কাৰণে ৰঙা ৰচঙা ফ্ৰক বেলাউজ চিলায়; দৰ্মহাৰ দিনত সাতখন বাগানৰ মানুহে কিনে। দিনক দিনে ফুলুৰ ব্যৱসায় দোপত-দোপে উঠি আহিল। কেইবছৰমানৰ পিচত থকা ঘৰ এডুখৰিও কৰাই ললে। নবীনে নিজে চাইচিতি লাগিভাগি নাজিৰাৰ মছলমান ছোৱালী এটী বিয়া কৰায়ো দিলে। ফুলু বামুণপুখুৰীতে নিগাজী হৈ ৰহিল।

এইদৰে ভালে-বেয়াই পাঁচ বছৰমান গ'ল। ফুলুৰ চাৰি বছৰীয়া ল'ৰাটো ইচ্কুলত দিছিল। শনিবাৰৰ দিনা ইচ্কুল হাফ্ হলত লগৰ সমনীয়াৰ লগত মৰিদিখৌৰ পাৰত জেতুলিপকা, ফুট্কলা খাই টিংটিঙীয়া ৰ'দত ঘূৰিফুৰি আবেলি দেহাত তিৰ্কপে জ্বৰ লৈ ঘৰলৈ আহিল। বাগানৰ 'এলেম্পি' ডাক্তাৰ আহিল, অ'ষধ দিলে, জ্বৰ পিচে নেনামিল। দুই-চাৰিয়ে বুধি দিলে বোলে ভৰদুপৰীয়া মৰিদিখৌৰ পাৰৰ শ্মশানত ফুৰিছিল কিজানিবা কি! বেজ-গিয়ানী মতা হলেই ভাল আছিল। দেওবাৰৰ দিনা দোকানত তলা লগাই ধলপুৱাতে ফুলুৱে বেজ বিচাৰি চণ্টকলৈ গ'ল। দুপৰীয়া ঘূৰি আহি ল'ৰা নেপালেহি। কাষলতিৰ তলত পুথিপাঁজি লৈ বেজ ঘূৰি গ'ল। দৰ্জিয়নী বিমূৰ্ছিত হ'ল। দৰ্জি শুকান কাঠৰ দৰে নিথৰ হৈ পৰিল। চকুপানী এটোপাও নোলাল। ল'ৰাটো মৰিদিখৌৰ পাৰলৈ কান্ধত লৈ গৈ পুতি থৈ আহিলগৈ। তাতে শিল এটা থিয়কৈ দি



চিন থলে। নাজিৰাৰ মছজিদত মম এগছি জ্বলালে। তাৰ পিচত ফুলু দৰ্জিয়ে আকৌ সত্ৰক্ষিত বহি আঁঠুৰ মাজত মূৰ সুমাই চিলাই কৰাত লাগিল; মাথোন মুখৰ হাঁহিটো হেৰাল।

পিচে কেইদিনমানৰ পিচত দৰ্জিয়নী পাগলী হ'ল; কিবা আঁৰৰীয়াৰ নিচিনা বেমাৰ, নাকে-মুখে তেজ ওলায়—গিয়ান নাথাকে চটফটাই বাগৰি ফুৰে। বহুত বেজ-গিয়ানী লাগিল, ডাক্তৰো আহিল। দহবাতি বঞ্চি বেমাৰটো গ'ল—যাওঁতে দৰ্জিয়নীক লৈ গ'ল। সাঙীভাৰ কৰি দিখৌৰ পাৰত পুতি থৈ আহি কুলি-মালীবোৰ ঘৰাঘৰি গ'ল। ফুলুৱে এইবাৰ কবৰত শিল এছটা থিয়কৈ নিদিলে, নাজিৰাৰ মছজিদলৈকো মম এগছ নপঠিয়ালে। মৌন হৈ দুদিন ঘৰতে বহি থাকিল। তৃতীয় দিনা নবীন ঠাকুৰে কিবা খোৱাবস্তু লৈ আহিছিল—হিয়ামূৰ ভুকুৱাই পঁচিশ বছৰীয়া ফুলুৱে বোলে, "এইখন ঠাইত মোক নুশুজে। বাৰী মাটি, ঘৰ-দুৱাৰত চকু পৰিলে বুকুত জীয়া জুই জ্বলে—কি আছিল কি হ'ল? এইকুৰা জীয়াজুই জ্বলাই খোৱাতকৈ মোক পাৰে যদি অইন এঠাইত থিতাপি লবলৈ সুবিধা এটা কৰি দিয়ক। গুণ নহলেও ধৰম হব।"

গৰখীয়াদ'লত নবীন ঠাকুৰৰ ককাকৰ দিনৰে দুপুৰা মাটিৰ পুৰণা বাৰী এখন আছিল। মানুহ-দুনুহ নথকাত সেইখন এৰাবাৰী হেন হৈছিলগৈ। নবীনে বোলে, "তাতে বহিবলৈ পাৰিবি হবলা—উৱাহে-পিয়াহে সমাজ এখনো পাবি। ইয়াত কুলি-মালীৰ মাজত আমাৰে নিজৰ মাতকথা পাহৰাৰ দৰে হৈছেহি। তাতে ইটো সিটো কাম কৰিবি—চিলাই ৰিপু কৰি নগদ দুপইচা পাবি। ৰুপিত মাটি ডেৰ-পুৰা দিম—নিজে কষ্ট কৰিব নোৱাৰৈই যেতিয়া মানুহ এটাই গৰু এহালে ৰাখি খেতিবাতি কৰি পেট পুহি থাকিবি আৰু কোনো ৰকম। আগলৈকো নাই পাচলৈকো নাই তোৰ এটা মানুহ চিন্তা কৰিবলৈ কি আছে?" সেইমতে গাঁৱৰ দুই-চাৰিৰ লগত আলোচনা বিলোচনা কৰি পৰামৰ্শ দিবলৈ তোৰ ককাৰলৈ নবীনে ডাকত চিঠি দিল।

গাঁৱৰ সমাজত মত এটা লোৱাৰো দৰ্কাৰতো! মৌজাদাৰ আৰু গাওঁবুঢ়াৰ লগত সলা-পৰামৰ্শ কৰি ককাৰে নবীন ঠাকুৰলৈ এই মৰ্মে চিঠি লিখিলে বোলে, "আমাৰ ইয়াতো দৰ্জি এটা লাগে। আমাৰ চৌগা চাপকন এটা কৰাবলৈকো চাৰি মাইল দূৰৰ নগৰলৈ যাবলগীয়া হয়; গাঁৱতে দৰ্জি এটা থাকিলে ভাল। তাক পঠিয়াই দিয়া হক; গৰখীয়াদ'লৰ ৰাইজৰ লগতে জীণ গলে যাব; নগৈ অজীণপাতকী হলে ককিলামুখলৈ ভেজাই দিম।"

গতিকেই ফুলু আহি গৰখীয়াদ'লত বহিলহি। অমায়িক স্বভাৱ, মোলায়েম কথা-বতৰা—তুমাহৰ ভিতৰতে ফুলু দৰ্জি গৰখীয়াদ'ল গাঁৱত পমি গ'ল। গাঁৱৰ ৰাইজে বুজাই বঢ়াই আগগুৰি ধৰি আকৌ নিকাহ কৰাই ফুলুৰ গাটো ধৰালে—ছোৱালী ৰজাহাউলীৰ জমিৰৰ মাজুজনী জীয়েক। ৰজাহাউলীৰ সেইখিনিতে বাবুআলিৰ কাষে কাষে কেইবাঘৰো পুৰণা অসমীয়া মানুহ আছে; ৰজাহাউলী নামঘৰৰ ওচৰতে মছজিদ এটাও আছে। তেওঁলোকৰ ল'ৰাই আগু বিদ্যালয়ত 'সংস্কিত' পঢ়ে, ঘৰত আৰবী ফাৰ্ছী। আমাৰ দৰেই বিহু-সংক্ৰান্তি পাতি ৰাজহুৱা মেল-মিটিঙত যোগ দিয়ে। পেটে-মুখে আমাৰ ৰাইজৰ লগত একছেটীয়া—ভিন্‌পৰ ভাব নাই। জমিৰৰ জীয়েক জোনবিবি একাঠী বোৰ্‌খা পিন্ধি আমাৰ গাঁৱত বোৱাৰী হৈ সোমালহি। গোটেই ৰাইজখনৰ আনন্দৰ অন্ত নাই। সাইখাত যেন লখিমী আহিল। বিয়া বুলি ফুলুৰ ঘৰত ৰাইজে জাহাজী কলে দৈ-গাখীৰে খাই গ'ল। সিজোৱা-পকোৱা জলপান নৰ্চলৈ। সকলোৱে লাগিভাগি ফুলুৰ ঘৰতুৱাৰ কেইডোখৰো চকুত লগা কৰি দিলে। ফুলু গৰখীয়াদ'লৰ ৰাইজৰে এৰৰ বুলি খিলঞ্জীয়া হৈ বহিল।

আমি তাৰ পিচতহে ফুলুক দেখাৰ কথা মনত পেলাব পৰা হৈছোঁ। থুঁতৰিতে দাড়ি একোছা, দীঘলকৈ মানুহটো, হাড় শকত পিচে লিক্‌পিকীয়া, মূৰত ছুই এডাল মদকৰা পৰা চুলি। চকু দুটা বহল, গাঁতত সোমোৱা; হাতেৰে চিলাই কৰা বগা কাপোৰৰ টুপী



এটা আৰু মৰাপাটৰ ফান্দতি এযোৰ পিন্ধি ঘূৰি ফুৰে। কঁকালত লুঙী, গাত হলোচোলা; সময় বুজি মাৰ্কিনৰ বনিয়ন। চ'ৰাঘৰতে পাটী এখন পাৰি বহি লৈ ফুলুৱে চিলাইৰ কাম কৰে—গাঁৱৰ মানুহৰ ফাই-ফৰ্মাচ খাটে। বেজীৰ কামত ফুলুৰ হাত পকা—বালিগাঁৱৰ চৈধ্যখন গাঁৱৰ বিয়াবাৰুত কইনাই পিন্ধিবলৈ সিংখাপৰ কাম কৰে—জৰী আৰু গুণাৰ কাম। পাটৰ কাপোৰত বগা আৰু সোণালী গুণাৰ কল্কা বাচে, বোলোৱা আঁচুৰে ৰং-বিৰঙৰ ফুল তোলে। ফৰ্মাচৰ কাম হাতত নেথাকিলে টাপলি মৰা কাম কৰে, ৰিপু কৰে; বৰগোলাৰপৰা টুকুৰাটুকুৰি কাপোৰ আনি সৰু ল'ৰা-ছোৱালীৰ কাপোৰ চিলায়। বিহুত আৰু ঈদত গাঁৱৰ লৰালুৰিবোৰক মাতি আনি মিঠাই খুৱায় আৰু নিজে চিলাই কৰা কাপোৰকানি দিয়ে। ডাঙৰবোৰে কুৰ্তা-কামিজ দিলে লয় পিচে ফুলুৰ ঘৰত মিঠাই নেখায়। ৰমজানত ৰোজা ধৰে, মহৰমত জোনবিবিক লগত লৈ খোজকাঢ়ি গৈ চহৰত যুদ্ধ চায়গৈ। এইদৰেই ফুলুদৰ্জি এইখন গাঁৱতে থাকি বুঢ়া হ'ল; গাঁৱৰ কাৰো লগত এদিনলৈকো খকাখুন্দা নালাগিল; এদিনো গাঁৱৰ ৰাইজে ফুলুক লোকৰ মানুহ বুলি ভাবিবলৈ সুবিধা নেপালে।

আমি কঁকালত পানীগামোচা আঁৰি ফুৰাৰ দিনৰে কথা—এদিন ৰাতি ফুলুৰ ঘৰত চুৰি হ'ল। চুৰি হ'ল মানে গাধৈৰ পোলাটো কাটি ৰান্ধনিশালত সোমাই চোৰে চকত থকা ভাত-আঞ্জা খালে; চুকৰে বৰপাচিত থকা তিনিদোণমান লাহীচাউল লৈ গ'ল; অইন বয়-বস্তুত একোতে হাত নিদিলে কিন্তু যোৱাৰ সময়ত উধানতে বহি অপকৰ্মটি কৰি থৈ গ'ল। পিচদিনা ৰাতিপুৱাই কাণ্ড দেখি ফুলু গাওঁবুঢ়াৰ ওচৰ পালেগৈ। গাওঁবুঢ়াই আগৰপৰা গুৰিলৈকে সকলো কথা খৰচি মাৰি সুধি কলে বোলে, "চোৰ ভিতৰৰে যেন পাইছো; গাঁৱৰ কথা পুলিচক এজাহাৰ দি জগত জাননী কৰিব নাগাগে। মই পঞ্চায়েত বহুৱাম। তই কোনোবা চোভা আছে যদি মোক কৈ দে।" ফুলুৱে বোলে, "এটাইবোৰ ককাই-ভাইৰ দৰে, কাকনো

চোভা দিম? পঞ্চায়েত বহুৱাববনো কি দৰ্কাৰ? মই কথাটো জনাইহে থলো।” গাওঁবুঢ়াই বোলে, “এডেও ছুডেওহে লোটা নিয়াৰ ছেও। চকুচোৰক গৰুচোৰ হবলৈ বেছি সময় নেলাগে। গতিকে ব্যৱস্থা কৰিব লাগিব—নহলে ৰাইজলৈ বেয়া।” এইবুলি বৰপ্ৰভুৰ ওচৰলৈ গৈ সমস্ত বৃত্তান্ত বেকত কৰিলে। বৰপ্ৰভুৱে বোলে, “ৰাইজে একত্ৰে বহি বিচাৰ কৰিব; ভাল কথা; পিচে জগৰীয়া বুলি এতিয়া কাক মাতা?” গাওঁবুঢ়াই ক্ষন্তেক মূৰে-কপালে হাত দি টলকা মাৰি থাকি বোলে, “সেই ধৰ্মেচৰৰ কলীয়া! সি পাষণ্ডইহে এনে কাণ্ড কৰিলে। বাপেকে চকু মুদাৰ দিন ধৰি সেই মৰকেলেপ কেলেহুৱাটোৰ খাবলৈ খুটিবলৈ নাই। ভাল আমৰ পুলি বকৰানিত গজিল।” বৰপ্ৰভুৱে অকণমান সময় নিতাল মাৰি থাকি বোলে, “হয়, তাকে মাতা।”

চতুষ্পদী টোলঘৰতে পঞ্চায়েত বহিল; কাৰণ দ’ল নামঘৰত গুচৰীয়াৰ সোমোৱা মনা। মেৰধৰাত বহি বৰপ্ৰভুৱে থণ্ডাত থোৱা সাঁচিপতীয়া কীৰ্তন পুথিখন আগবঢ়াই দি কলীয়াক বোলে, “এইখনতে চুই ক—পাঁচথুটাৰ মাজত মিছা মাতিলে গুৰু-ভকতৰ আঁৰ হম, ধৰ্মে ঘটাব।” কলীয়াই কলে। তাৰ পিচত গাওঁবুঢ়াই সুধিলে, “তই ফুলু দৰ্জিৰ ৰান্ধনিশালত সোমাই ভাত-আঞ্জা খাই অহা আৰু মেৰৰপৰা লাহীচাউল চুৰ কৰি অনা কথাটো সঁচানে?” কলীয়াই বোলে, “একেবাৰে মিছা কথা দৌতা ঈচৰ; যোৱাৰাতি মই সৰুপানী চুবলৈকে বাহিৰলৈ ওলোৱা নাই।”

পঞ্চায়েত বিমৰ হ’ল। অলপপৰ পিচত বৰপ্ৰভুৱে বোলে, “কলীয়া, তই মিছা মাতিছ। পেটৰ ভোকত চাউল চুৰি কৰাতকৈ কীৰ্তন পুথি চুই শপত খাই মিছা মতাটো ডাঙৰ পাপ। গাওঁখনত চোৰ বুলিবলৈ আছে মুঠেই তিনিটা। এটা ভকতৰ সৰুবাম, সি শৰণভজন লোৱা ভকত, ভোকতে মৰিলেও মছলমানৰ চৰুত ভাত নেখায়গৈ। দ্বিতীয়টো হ’ল গোন্ধাই—তাৰ ভাতৰ আকাল নাই;



ঘৰতে মেটমৰা ভঁৰাল। সি কাঁহীবাটি অলঙ্কাৰ-পাতিহে চুৰ কৰে আৰু সিন্ধি নখনাকৈ পোলাকাটি এলাপেচা চোৰৰ দৰে গৃহস্থৰ ঘৰত নোসোমায়। কথা আছে বোলে সোমাবৰ সময়ত সি গৃহস্থক মাত এৰাৰ মাতিহে সোমায়। বাকী বলিগৈ তই; ধোদৰ পচলা, টোকোনা, কাম-কাজৰ নামে কুটা এগছো নাই। ডাংবৰলা—অকল নিজৰ পেটটোৰ চিন্তা। যোৱা তিনিসাজ গুলেচৰৰ ঘৰৰপৰা উধাৰে অনা চাউল নিসনীয়াকৈ সিজাই খাইছ বুলি মই খবৰ পাওঁ। কালি ৰাতি আকৌ বিচাৰি গলত, বিৰচতিবাৰে বেলি পৰাৰ পিচত গৃহস্থঘৰে ধান-চাউল দিব নাপায় বুলি কৈ তোক ঘূৰাই পঠালে। ৰাতি লঘোনে-ভোকে পাটীত পৰি থাকি ছাগৈ তোৰ টোপনি নাহিল; উঠি গৈ এইটি কৰ্ম কৰিলিগৈ। হয়নে নহয় ক!”

কলীয়া পঞ্চায়েতৰ আগত দীঘল দি পৰিল; বোলে, “দিনটোত আদমহীয়া এটা উপাৰ্জন কৰিবৰ সমৰ্থ নাই—এনেহেন পুৰুষৰ পোৱালি হৈ জনম ললো। বোপায়ে গতি কৰাৰ দিন ধৰি এসাজ খাইছো যদি ছুসাজ লঘোণে আছো; ডেকা গতৰ, মাগি খুজি খাবলৈকো লাজ। মাঘমহীয়া দীঘল ৰাতি পেটৰ কলমলনিত ঘুমটি নাহ—ইবাগৰ সিবাগৰ কৰোতেই ৰাতি পুৱায়। লাজৰ ৰাজ হৈ তুই এঘৰৰপৰা গধূলিবেলিকা এমুঠি খুজি বিচাৰি আনো। পিচে নাটেগৈ। সকলোৱে দিনকাল টান হৈ আহিছে, দিবলৈ মন নকৰে, কথা শুনায়। ইফালে পেটৰ ভোকত তৎচুৰ্তি নাই। ঈশ্বৰহঁত ঐ যোৱা ৰাতি ময়ে ফুলুৰ ঘৰত চুৰি কৰাটো সঁচা। ৰাইছে উচিত দণ্ড বিহক।” কলীয়াই হুকুহুকাই কান্দিবলৈ ধৰিলে।

পঞ্চায়েতৰ মূৰৰবী হিচাপে প্ৰথমতে বৰপ্ৰভুৱে মাত লগালে; বোলে, “কলীয়া, তোৰ সকলো ৰাইখান পঞ্চায়েতে গমিপিতি চাইছে। পিচে চুৰ কৰি খোৱাৰ উপৰিও আন এটা ডাঙৰ জগৰ লগালি, ফুলুৰ চৰুত ৰন্ধা ভাত খাই, সমাজৰ নীতি-নিয়ম, মাৰ-বান্ধ মানি চলিব লাগে। গতিকে তই পৰাচিত হব লাগিব। হোঁ—এই ৰূপ পাঁচ

সিকা লৈ যা, বৰপুখুৰীত গাটো তিয়াই মুখাইদেউৰ গুৰিত পৰাচিতটো হৈ আহগৈ।" কলীয়া গ'লত হাঁহি এটি মাৰি বাইজক কলে বোলে, "লোকৰ চকুত চুৰ কৰি খায়, সি পৰাচিত হবলৈ ধনগাল পাব ক'ৰপৰা ?"

তাৰ পিচত বৰপ্ৰভুৱে বাইজলৈ চাই কলে বোলে, "পৰাচিত কৰাই এইবোৰ চোৰক শুধৰাব নোৱাৰি ; পেটৰ পোৰণি উঠিলেই আকৌ হাথিয়াৰ বটালি লৈ ৰাতি ওলাই যাব। বাইজে ইহঁতৰ কিবা এটা সংস্থান কৰি দিয়াৰ কথাহে চিতা কৰি চ"ক—যাতে অন্ততঃ আওবাটে বাট নুবুলি পেটে-ভাতে এমুঠি খাই বাচি থাকিব পাৰে।"

সকলো বাইজক অবাক কৰি ফুলুৱে আঁঠু লৈ কলে বোলে, "বাইজে যদি আপত্তি নকৰে, এই ল'ৰাটোক মই চিলাইৰ কাম শিকাব খোজো। মোৰ ল'ৰা-ছোৱালী নাই, মোৰ অবিহনে এই চৈধ্যখন গাঁৱৰ মাজত দৰ্জিৰ অভাৱ হব। এই ল'ৰাটো পথাৰ-সমাৰৰ কামত অকামিলা ; পিচে গাত লাগি শিকালে চিলাইৰ কাম শিকাত কষ্ট নহয়। ময়ো বুঢ়া হৈ আহিছো—চকুৰে ভালকৈ নমনো। সেইবাবে বাইজৰ সেৱাত সহায় কৰিবলৈ ভাল চাই ল'ৰা এটা লোৱাৰ কথা বহুত দিনৰপৰা ভাবি আছো। বাইজে যদি সন্মত দিয়ে, মই তাক বুজাই বৰাই লব পাৰিম। মোৰ সহায়ো হব, তাৰো আগলৈকে বোজকাৰীৰ বাট এটা মুকলি হব।"

বাইজে অৰ্থাৎ বৰপ্ৰভুৱে আনন্দেৰে মত দিলে। সেইদিনাৰ পৰাই কলীয়াই ফুলু দৰ্জিৰ লগত চিলাইৰ কাম শিকিবলৈ ললে। আজি প্ৰায় একুৰি পাঁচ বছৰ আগেয়ে ফুলু মৰিল। জোনবিবি ভায়েকৰ ঘৰলৈ গ'লগৈ। ফুলুৰ ঘৰ-দুৱাৰ ভাগিছিগি গ'ল—বাৰীখন বহুত দিন এৰাবাৰী হৈ পৰি থাকিল। সেইটো কলীয়াই কিন্তু আজিকালি নতুনকৈ ওলোৱা মেচিন-পত্ৰ কিনি লৈ পূৰাপূৰি দৰ্জি হৈ ফুলুৰ নামটো ৰাখিলে। এতিয়া তাৰ কি প্ৰকাণ্ড কাৰবাৰ !



যেয়ে যি নকওক বোপাইহঁত, চেহাবৰোৰ হলে একেবাৰে এক ধৰণৰ জীৱ দেই ! মুখত বগা নেভিকেট চেলেউ আৰু হাতত মোনা এটা লৈ সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা এই ৰঙামুখীয়া বগা বান্দৰৰ জাকটো বেহানি কৰিবলৈ বুলি আহি যে গোজেই গছ হৈ শিপাই আমাৰ গোটেই ভাৰত দেশখনত জুৰি পৰিল সেইটোহে আচৰিত কথা। প্ৰথমতে পিচে আলহী বুলি আৰু ধক্‌ধক্‌কৈ বগা ছালখন দেখি আমাৰ মানুহবোৰে সিহঁতক স্বৰ্গৰপৰা অহা বুলি চেলাম দি দি আসয় দিলে। তাতে সিহঁতে টিংখোপ পালেগৈ আৰু তাৰপৰা ননমা হ'ল। কথাই-বাৰ্তাই আমাৰ মানুহক হেনস্তা কৰিবলৈ ধৰিলে, মানুহ যেনকে নেদেখা হ'ল ! আমাৰ মানুহে সিহঁতক দেখি পট্‌লুন্ পিন্ধিবলৈ শিকিলে, সাতাম পুৰুষীয়া নীতি-নিয়ম এৰি সিহঁতৰ নীতি-নিয়ম ললে। গুৰগুৰিৰ নলিচাৰ ঠাইত মুখত চেলেউ উঠিল। এইদৰে কাউৰীয়ে মৰাপাখি পিন্ধি চালিবৰ দেখি শুনি সিহঁতে আমাক বান্দৰ বুলি ভাবিবলৈ ধৰিলে ; বোলে, "ইহঁতৰ নিজত্ব একো নাই ; গিয়ান বুদ্ধিও তেনে নাই। ইহঁতবোৰ ক'লা বান্দৰ। আমি ভাটো পঢ়োৱাদি যিহকে শিকাওঁ তাকে মাত লব।" বহুতে পিচে ললেও দেই ! সিহঁতক দেখি নেজ লৰোৱা বান্দৰখনৰ বাবেহে সিহঁতক খেদাবলৈ গৈ গান্ধীৰজাৰ ইমান অসুবিধা হৈছে—নহলে চেহাবৰোৰ এই দেশৰপৰা কোন কাহানিয়েই নেগুৰ মোটোকাই পলালহেঁতেন। কোনো কোনো খামিডাঠ মানুহে পিচে চেহাবৰ আগত মূৰ ননমালে ; সিহঁতকহে ওলোটাই আমাৰ আচাৰ-বিচাৰ শিকাবলৈ ওলাল।

একো একোটা চেহাবৰ কথা কি শুনিবিহঁক ! এই বাগিচাৰ চেহাবৰোৰৰ কথাকে ধৰচোন—সাত পুৰুষত সিহঁতে চাহগছ এজোপা দেখা নাই। আমাৰ দেশত ভৰি দিয়েই জনাবুজা লোকৰপৰা নিজে সৰুটো হৈ সকলো কথা আঁতিগুৰি মাৰি শিকি বুজি ললে। এতিয়া সিহঁতেহে পাগত উঠি চাহ বাগিচাবোৰ চলাব পাৰিছে—আমিবোৰে তাত গোলামীহে কৰিছোহঁক ! সিহঁতৰ বুদ্ধি যেনে, শিকাৰ আগ্ৰহো

তেনে। কাম শিকিবৰ কাৰণে সিহঁত চাকৰ খাটিবলৈকো ৰাজী। কেলেই তাহানি দুটা চেহাব পোৱালিয়ে কাম শিকাৰ সময়ত আমাৰ সোমেচৰ মেনেজাৰক ধঁপাত লগোৱা, ভৰি পিটিকা আদি লগুৱাৰ কামো কৰি দিছিল। সোমেচৰ মেনেজাৰো আকৌ যেহেন তেহেন মেনেজাৰ নহয় দেই—লোকে চেহাব দোলাভাবীৰ কান্ধত উঠিহে বাগিচা চাবলৈ যায়। নিজে মজিয়াত বহি ভেঁটিত ভাত খায়, চেহাব-বোৰক কলপাত পাৰি ঢেকীশালত ভাত দিয়ে। মেনেজাৰে হাতত কলম কটাৰী লৈ পাত বাগিচালৈ ওলালে দুটা চেহাবে চেম্পোলৰ টুকুৰী লৈ পাচে পাচে দৌৰি ফুৰে। মেনেজাৰ আপিচত সোমালে সিহঁতে উঠি চেলাম দিয়ে; মেনেজাৰৰ মুগাৰ পাগুৰীটো খুলি বিছনীৰে বিছি দিয়ে! তেনেহেন মানুহো আমাৰ দেশখনত আছিল!

আমাৰ পিচে বেছিভাগ মানুহেই হল ধোদৰ পচলা; ৰজাঘৰীয়া ভেম, মান-সন্মানৰ ভাবটি প্ৰবল। খাটিলুটি, আকতাক ধৰিমেলি বাগিচাত বৰমহৰী বা বৰকেৰেণীৰ কাম এটা পালেই 'মই বৰ চৰজান্তা' হৈ ভেমত ওফন্দি থাকোঁতেই যায়। সেই কাৰণেহে লোকে তালুত তিন টিলিকি মাৰি আমাৰ ওপৰত ৰজা হৈ খাইছে। বৰমহৰীবোৰে বাগিচাৰ চাৰিচুক নিচিনে, পাতৰ ভাল-বেয়া চিনি নেপায়; কুলিৰ হিচাপ পাহৰে, কামজাৰি দিয়াত ভুল কৰে। পাতঘৰৰ মহৰীয়ে চাহপাত তিয়াৰীৰ কথা নেজানে, শিকিও নলয়; আনকি বাগিচাত কাম কৰিবলৈ যোৱা ডাক্তৰেও অ'ষধ দিব নেজানে। সিবাৰ আহি ঔগুৰি বাগানতে বেমাৰ পৰিলোহি—জ্বৰো জ্বৰ তমোময়, তিনি চাৰি দিনলৈ জ্বৰৰ জ্বালত খোৱা-শোৱা নাই, ঘৰ্ম এটোপ বোৱা নাই। বাগিচাৰ ডাক্তৰ আছিল কোনোবা শইকীয়া, তেওঁৰ অ'ষধ খালে বোলে সুস্থ মানুহৰো গা-অসুখ কৰে। ইফালে তিৰ্কপীয়া জ্বৰ, লগতে কঁপনি। কেইবাদিনো বাট চাই জ্বৰ ননমা দেখি তেওঁৰ গুৰিলৈকে গলো বোলো কঁপালত যি আছে হব; বিনা চিকিৎসাত মৰাতকৈ চিকিৎসা কৰি মৰাই ভাল।



ডাক্তৰ বহি আছিল। গৈ কলো বোলো মোৰ জ্বৰ। বুকুৰে পিঠিয়ে হাত বুলাই চাই ব্ৰহ্মতালুত টিপা এটা মাৰি তেওঁ কলে, "ঘৰ কত?" মই বোলো, "যোৰহাটত।" ডাক্তৰে কলে, "ভয় নাই; মেলেৰিয়া। আচলতে গোলাঘাটৰ ফালে টাইফয়দ্ আৰু তেজপুৰৰ ফালে নিমনিয়া হয়।" জুখিমাখি এবটল ৰঙা দৰৱ দিলে, কাগজৰ দাগ কাটি কম্পাউণ্ডে লগাই দিলে। দিনে তিনি দাগকৈ খাব লাগে। খাবলৈ মিঠা, খালি ডিঙিটোত চেৰচেৰায় আৰু পেটটো ওকোল মোকোল লাগে।

তিনিদিন অ'ষধ খালো—সাদিনেও পেটত ব্ৰহ্মকণ এটা পৰা নাই; নাড়ীয়ে নাড়ীক খাইছে। কালুৱা চৰ্দাৰ আহিছিল 'বিৰিনা' টোপৰ বাঁহ কেইটামান লৈ। গাত হাত দি চাই দেখিলে জ্বৰে ৰৌৰৌৱাই আছে। ৰঙা দৰৱৰ বটলটো দেখি চকু দুটা তেলতেলকৈ মেলি কলে "ডাক্তৰবাবুক কি বুলি কলি?" মই বোলো, "জ্বৰ হৈছে বুলি কলো।" চৰ্দাৰে কলে, "এইজন ডাক্তৰক জ্বৰ হলে পেট গৰ্‌বৰ আৰু পেটৰ অসুখ হলে বুখাৰ বুলি কব লাগে। লাইনৰ মানুহে সেইদৰেহে বেমাৰ ভাল কৰে।"

সেইমতে গৈ পিচদিনা শইকীয়া ডাক্তৰক "পেটৰ অসুখ" বুলি কলো। অমৰাগুটি হেন চকু দুটা তালফালকৈ মেলি ডাক্তৰে মোৰ কপালত হাত দি বোলে, "ঘৰ ক'ত?" মই বোলো, "নগাৱত।" ডাক্তৰে বোলে, "ভয় নাই ডায়োৰিয়া। গুৱাহাটীত কলেৰা আৰু ডিব্ৰুগড়ত ডিচেণ্টাৰি হয়।" বগা দৰৱ দিলে এবটল, মানে বাৰ দাগ। ব্ৰহ্মতিতা। দুপালি খাওঁতেই জ্বৰ কেনিবা উৰিল। মই অবাক!

কেইদিনমান পিচতহে কালুৱা চৰ্দাৰে ভেদটো ভাঙিলেহি; বোলে, "আচ্‌পতালত দেৱাই আছে মুঠে দুবিধ; এবিধ বগা, আনবিধ ৰঙা। তাৰে কোনোবা এবিধ জ্বৰ হলে খুৱায়, ইবিধ পেটৰ অসুখত। বিৰিণাই ডাকিলে বা কোৰে কাটিলে দুইবিধ মিলাই খুৱায়। পিচে

কোনবিধ কিহত খুৱায় ডাক্তৰৰ মনত নেথাকে। সদায় বুখাৰত পেটৰ অসুখৰ আৰু পেটৰ অসুখত বুখাৰৰ দৰৱ খুৱায়। লাইনৰ মানুহে সেইদেখি বেমাৰটো ওলোটাই কয়। কিছুমানে আকৌ বেমাৰৰ নামকে নকয়, বগা দেৱাই বা ৰঙা দেৱাই বুলিহে মুখ মেলি বৈ থাকে।"

এইযে অত চাহ বাগিচাবোৰ দেখিছহঁক, ইয়াৰ কুলীবোৰ ক'ৰপৰা অহা কব পাৰ ? প্ৰথমতে চাহবাগান খুলি কুম্পানীয়ে দেখিলে আমাৰ অসমীয়া মানুহবোৰ ৰজাঘৰীয়া গপতে গঙাটোপ যেন হৈ ওফন্দি থাকে ; সিহঁতে অকল বাবুৰ কামহে কৰিব পাৰে—ডবল কোৰ, ফাং আৰু জবকা মাৰি চাহখেতি কৰিব নোৱাৰে। ইফালে একোখন বাগিচাত বোৱা, তোলা, চাহ লেবেলোৱা, খুন্দা, শুকোৱা, বাগিচা চিকুনোৱা এইবোৰ কাম কৰিবলৈ মানুহ লাগে হেজাৰ-বিজাৰ। প্ৰথমতে এই মেচিনবোৰ নাছিল নহয়—ঘৰবোৰৰ পকী মজিয়াতহে মানুহে হাতেৰে পিহি চাহ মাৰিছিল—আমাৰ ফুলগুৰীয়া অসমীয়া ধঁপাত মৰাৰ দৰে। সেইবোৰ হাতেৰে পিহি মৰা চাহ তহঁতে খায়েই পোৱা নাই—বৰ তিতা, ৰসবোৰ গোটেই থাকি যায় নহয় !

চাহ বাগিচাত কাম কৰা মানুহ গোটাবলৈ কুম্পানীয়ে কিছুমান ঠিকাদাৰ যোগাৰ কৰিলে। এই ঠিকদাৰবোৰে ভাৰত দেশখনৰ দিহিঙে দিপাঙে চুকে-কোণে গৈ সেই সেই ঠাইৰ মানুহবোৰক বুজালে "অসম নামে দেশ এখন আছে, তাৰ বাটপথবোৰ গোৱালমণিৰে কৰা। ঘৰবোৰ বগা মাৰ্বল পাথৰৰ ; তাত হীৰা-মুকুতা খটোৱা থাকে। হাবিয়ে-জঙ্গলে চপৰাচপৰে সোণ পৰি থাকে, কোনেও কেৰাহিকৈয়ে নেচায়। দেশখনৰ তলেদি সোণৰ নৈ বৈ গৈছে, গছ-গছনিৰ পাত-বোৰো সোণ-ৰূপৰ। তহঁতৰ ইয়াত দেখিছো দুবেলা দুমুঠি খাই-লৈ থকাৰে বৰ কষ্ট। অসমলৈ বল, তাত কেইদিনমান থাকি লাগেমানে ধন-সোণ লৈ ইয়ালৈ ঘূৰি আহি নিগাজীকৈ বহিবিহি। পিচে এইবোৰ কথা অইনক নকবি দেই—নহলে অসম দেশত তহঁতৰ দেশৰ মানুহেৰে ভৰি পৰিবগৈ। অসমলৈ কেনেকৈ আহিব লাগে, সি কথা সুধিলে ঠিকাদাৰে কয়, "যাব খুজিছহঁক যদি মোৰ লগতে ওলাব পাৰ। বাটপথ বৰ ভাল নহয় যদিও লৈ যাম বাৰু তহঁতক। পিচে সেই দেশখন কুম্পানীৰ এলেকাৰ বাহিৰত ; তালৈ যাবলৈ হলেএই কাগজ-খনত চহী কৰিব লাগিব।" এইবুলি সিহঁতৰ হতুৱাই গিৰমিটৰ কাগজ এখন চহী কৰাই লয়। তাৰ পিচত সিহঁতক অসমলৈ লৈ আহি ইয়াত কুম্পানীক চমজাই দিয়েহি। এবাৰ ইয়ালৈ অহাৰ পিচত সিহঁত আৰু নিজৰ দেশলৈ ঘূৰি যাব নোৱাৰা হয় ; বাটপথ চিনি নেপায়, টকা-পইচাও গোট নেখায়। তাতে গিৰমিটীয়া—পলাই-চলাই গলে কুম্পানীয়ে কেচ্ কৰাৰ ভয়, গতিকে এই মানুহবোৰ নিগাজী হৈ ইয়াতে থাকি গ'ল। এইদৰে কেইবা পুৰুষো গৈছে। এই কুলীবোৰৰ মাজত বঙালী, তেলেগু, মাদ্ৰাজী, বিহাৰী, উৰিয়া সকলো মানুহ আছে। কিছুমান ভাল বংশৰ মানুহ, ফুচুলনিত পৰি ঠগ খাই অহা ; কিছুমান দুখীয়া-নিছলা মানুহ, পেটৰ দায়ত পৰি অহা। কিন্তু বেছিভাগেই অসমৰ বাটে ঘাটে পৰি থকা ধন-সোণ নিবলৈ অহা। এতিয়া এই গোৱালা, তাঁতী, মৰা, কোল্হ আদি নানা জাতিৰ মানুহবোৰ অসমৰ বুকুতে জীণ গ'ল। সিহঁতে অসমীয়া মাতকথা শিকিলে, নীতি-নিয়ম ললে ; কিছুমানে উপাধি সলাই অসমীয়া নামো ললে ; বহুতে শঙ্কৰ গুৰুত শৰণ-ভজনো ললে। সিহঁতক আমাৰ মাজত নিজৰ বুলি সাবটি ধৰাটো আমাৰহে গৌৰৱৰ কথা।

কেতিয়াবা ককাৰহঁতৰ মুখত ৰুদ্ৰৰ বৰদেউতাক টিকৰী বৰমহৰীৰ নাম শুনিছহঁক ছাগে ! গায়ে মেজাজে বৰ জয়াল মানুহ, তেখেতৰ নামত বাঘে-গৰুৱে একে ঘাটতে পানী খায়। চাহ বাগিচা খোলাত আৰু পাতবাগান চলোৱাত এনে জনা-বুজা পাকৈত লোক আমাৰ দেশখনতে

আঁক এজন নাছিল বুলিব পাৰি। এতিয়া তোৰ ককাৰৰ বয়সৰ বহুতো গণ্যমান্য নামজ্বলা চাহ-খেতিয়কে টিকৰী বৰমহৰীৰ ওচৰত চাহখেতিৰ অ-ফলা ক-ফলা শিকিছিল ; দিনজান, বিছাকুপি, দৈদাম, বালিজান হেন বাবেনৰ বৰ বৰ বাগিচাবোৰ তেখেতৰ নিজ হাতেৰে খোলা। লোকে সদায় পিচে বৰমহৰী হৈয়েই থাকিল দেই—যদিও এতিয়াৰ যন্থ-মধু মেনেজাৰবিলাকতকৈ চাহখেতিৰ বিষয়ে তেখেতে বহুত বেছি কথা জানিছিল। লোকে জাইগান্তিক বৰমহৰী—নাম শুনিলেই বাগানৰ কুলী-মালী থৰ্‌থৰ্‌কৈ কঁপে, জান্থু জান্থু চৰ্দাৰৰ দেহা থৰকবৰক লাগে। লাওপানী খাই লাইনত গণ্ডগোল কৰা কুলী ডজনে ডজনে পাতঘৰৰ খুটাত বান্ধি নিজহাতে বেটনেৰে কোবায়—কোনেও মুখেৰে 'ওঁহ' বুলিবলৈ সাহ নকৰে। বহুত বাগান তেখেতে নিজহাতে পাতিলে, বহুত লোকে পাতি যোৱা জঁই পৰা বাগিচাৰ চেহেৰা বদলাই দিলে। কোনোবা বাগিচাৰ অৱস্থা বেয়া হলেই সেইদিনত কুম্পানীয়ে টিকৰী বৰমহৰীক মাতে, বহুত কুম্পানীয়ে ন-কৈ বাগিচা খুলিবৰ হলে টিকৰী বৰমহৰীৰ খবৰ লয়। বাগান মজুৰ টিকৰী বৰমহৰীৰ হাতত এৰি দি চাহাবে নিচিন্তমনে কেলাব্‌ পাৰ্টি কৰি আজৰি সময়ত নাকত তেল দি শোৱে আৰু কুম্পানীৰ ঘৰত হোবাহোবে মুনাফা উঠে।

চাহখেতিৰ বিষয়ে টিকৰী বৰমহৰীৰ গিয়ান আছিল সাগৰৰ পানীৰ দৰে ; মাটি এলডা হাতেৰে মোহাৰি কৈ দিব তাত চাহখেতি হবনে নহয়। হাতীৰ পিঠিৰপৰা এবাৰ চাৰিওফালে চাই ঠিক কৰি দিব পানীকটা নলা নৰ্দমা কোন কোন লাইনত কেনি কেনি যাব ; চাহপাতৰ কোঁহ এটা ছিঙি মোহাৰি শুঙি চাই কৈ দিব মাটিত কেনেকুৱা সাৰ লাগিব বা কেবোণে ধৰি গছবোৰ নিমুৱা কৰাৰ কাৰণটো কি। এবাৰ বোলে চাবুৱা বাগিচাৰ চাহবোৰ মুজুৰা পৰি গ'ল, পাতবোৰ তেতেলী পাত হেন হ'ল। মেনেজাৰ চেহাবে নানা সাৰ-জাবৰ দিলে, পানীকটা নলা খাল চাফা কৰালে ; পিচে বাগিচাৰ উন্নতি



নাই। চেহাব বিমোৰত পৰিল। উপায় বুধি নোহোৱা হলত টিকৰী বৰমহৰীক মতালে ; বোলে, "চাই দিয়াচোন, মোৰনো বাগিচাখনত কি অপয়া লাগিল। ঘোঁৰা এটাত উঠি টিকৰী বৰমহৰী বালিজানৰ পৰা আহিল ; বাগিচাত এপাক মাৰি চালে। ঘোঁৰাৰ পৰা পিচে নামিবলৈ নহল দেই। ঘূৰি যাওঁতে চেহাবৰ বঙলাৰ মুখতে ঘোঁৰা ৰখালে। বাবাণ্ডাত বৈ থকা চেহাবক বোলে, "মই গা-পা ধুই সন্ধ্যা-পূজা কৰি ওলাই আহিছো, তোমাৰ বঙলাত নোসোমাওঁ। সোমালে আকৌ গা ধুবগৈ লাগিব। তুমি এহেলৈকে ওলাই অহা কথা-বতৰা হওঁ।" চেহাব পদুলিমুখলৈকে ওলাই আহিলত বোলে, "কেছাৰৰ ফালৰ বৰমহৰী ৰাখিছা হব পায়, চাহগছবোৰৰ গুৰিত এমুঠনমান দ খোৰোং কৰি দিছে—তাতে বৰষুণ দিনে পানী জমা হয়। চাহগছৰ গুৰিত পানী নচলিলে কোমল শিপাবোৰ পচে। কেছাৰৰ ফালে বৰষুণ কম, গতিকে এই ব্যৱস্থা ত'ত প্ৰশস্ত। পিচে আমাৰ ওপৰ অসমত এই বুধি নিটিকে। চাহগছৰ গুৰিবোৰত ওখকৈ মাটি তুলি দি গছবোৰৰ মাজে মাজে ঠাইবোৰত ডবল খন্তি চলাই দিয়া।" এবছৰৰ ভিতৰতে চাবুৱা বাগিচা লহপহীয়া চাহগছেৰে ভৰি পৰিল।

টিকৰী বৰমহৰী মানুহজন আছিল পকা চাৰে চাৰিহাত ওখ। তেতিয়াৰ দিনত চলা ৰীতিমতে দাড়ি ৰাখি পাগুৰী মাৰিছিল ; পুৱা-গধূলি ফোঁটে-লগুণে তমস্কাৰ হৈ গাত এৰীয়া চাদৰ লৈ ওলাইছিল। তৈজে মুখে ফুটো ফুটো—দিব্যকান্তি চেহেৰা। এনেয়ে ধুতি কামিজ পিন্ধে, বাগিচালৈ ওলাই গলে ধুতিখন ডবল লেংটি মাৰি লয়, কামিজটো ধুতিৰ তলত সুমাই লৈ ওপৰত কোট পিন্ধে। ঘোঁৰাত উঠি বাগান চাবলৈ যায়। ঘৰত চুলা লগোৱা খৰম পিন্ধে, বেতৰ আৰামী চকীত বহি ৰূপৰ গুৰ্‌গুৰিত ধঁপাত হোপে। টিংটিঙীয়া খং, খং উঠিলে দেউ ব্ৰহ্মা নগনে। এনেয়ে কথা-বাৰ্তাত ৰসাল আৰু গহীন ; হাঁহি-তামাচাও কৰে, পিচে আসৈ হলে কোনেও

নৈপাই দেই! অ'ত এবছৰ, ত'ত ছমাহ চাকৰি কৰি কৰি টকা-পইচাও অজস্র কৰিলে—তেতিয়াৰ দিনত ছমাহে বছেৰেকে ছমোনীয়া বস্তাবে চাৰি-ছয় বস্তাকৈ চিকাৰূপ হাতীৰ পিঠিত লাদি ঘৰলৈ আনে। ধন ঢেৰ হ'ল যদিও মনটো পিচে ব্যভিচাৰী নহল দেই—'সাত পুৰুষৰ ভেটী নেৰোঁ' বুলি গাৱন গাৱঁতে ঘৰবাৰী কৰিলে; অইন অইন দহজনৰ দৰে চহৰলৈ উঠি নগল। নিজৰ গাওঁখনকে মোৰ বুলি কামোৰ মাৰি ধৰি থাকিল। টিকৰী বৰমহৰী ঘৰলৈ আহিছে বুলি গম পালে গোটেই গাৱঁৰ মানুহে কাম-বন এৰি চাবলৈ লৰ মাৰে, ঘূৰি আহি ভাৰভেঁটী দিবলৈ জহাচাউল, চাৰ্গাখীৰ, মাছ-পাচলি গোটায়। হাতীৰ পিঠিৰপৰা চিকাৰূপৰ বস্তাবোৰ খুদাই আৰু বিবায়ে কেঁকোজেকোকৈহে নমায়। চোতালতে নগাঢাৰি পাৰি ব'দত দিয়ে। চল্‌চলীয়া চিকাৰূপবোৰে চোতালত বালিচন্দাৰ লুকাভাকু খেলে। কাউৰী চিলনীয়ে থপিয়ায় বুলি বৰমহৰীৰ বৰ-পুতেক মোহনে হাতত এচাৰি এডাল লৈ ৰখি থাকে। চিকাৰূপবোৰ শুকালে ফুলেচৰে গণি গণি মোনাত ভৰাই এন্ধাৰ চোৰথোঁটালীৰ মজিয়াত থকা পকা পাটকুঁৰাত থয়গৈ। পিচত বৰমহৰীয়ে নিজে জয়ধনীয়া তলা মাৰি চাবিটো কঁকালত লৈ ফুৰে।

ছুইহাতে অপাৰ ধন আৰ্জিছিল যদিও টিকৰী বৰমহৰীয়ে মনে জোৰে মানে খৰচো কৰিছিল। ধনলৈ মায়ামোহ নকৰি দুৰ্গাপূজা, কালীপূজা পাতি হেজাৰ হেজাৰ ৰূপ খৰচ কৰি সাতখন গাৱঁৰ বাইজক খুন্দি খুন্দি খুৱায়। দেউতাকৰ পানীশৰাধ পাতি দুশ বামুণ সোধপোছ কৰে। দুখীয়াৰ দুখ দেখিলে হাতবলী বৰমহৰীয়ে ছুইহাতে ধন বিলায়। চফৰ ফুৰা গোঁসাই মহন্তক ৰাজভোগ খুৱায়। কেঁকোজেকোকৈ কোনোৰকমে ভাৰ বৈ নিব পৰাকৈ এমোনা ধন দখিণা দিয়ে। সেইদিনত আকৌ মহাৰাণীৰ চিকাৰূপহে আছিল, এই খিলাখিল কাগজৰ লোটবোৰ নাছিল নহয়—দূৰ বাটত সৰহীয়া টকা-পইচা ভাৰবৈ নিয়াত বৰ অসুবিধা হৈছিল। বৰমহৰীৰ সেই



অপাৰ সম্পত্তি পিচে পুতেক নাতিয়েকহঁতে ৰাখি খাব নোৱাৰিলে; নাৰিকলৰ পানী লক্ষ্মী আই যেনেকৈ আহিছিল, তেনেকৈয়ে হাতীয়ে খোৱা ঔটেঙাৰ শাহ হৈ কোনেও গম নোপোৱাকৈয়ে ওলাই গ'ল।

টিকৰী বৰমহৰী পিচে একেদিনাই বৰমহৰী হোৱা নাছিল দেই বোপাইহঁত—এদিন ছুদিনত ৰংপুৰ চহৰখনো হোৱা নাই। সৰুৰে পৰা এহাগুধীয়াকৈ কষ্ট পৰিশ্ৰম কৰি চাহখেতিৰ কাম-কাজ শিকিলে দেৱানৰ বাগিচাত। পাগত উঠিলত ভৰ ডেকা বয়সতহে চাকৰি বিচাৰি ওলাল। তেতিয়া তেখেতে ইংৰাজী নেজানিছিল—পিচতহে শিকি-বুজি সলসলীয়া হৈছিলগৈ। তেতিয়াৰ দিনত আকৌ বাগিচাৰ মেনেজাৰবোৰ চব চেহাব আছিল। টিপ্লিং বাগিচাৰ বৰচেহাব আছিল বেকন; গুৰি-গোষ্ঠী ভাল, অইনবোৰৰ দৰে নাওগুৰি নোহোৱা কুলৰ নহয়, তত মহাৰাণীৰ ঘৰত বাবখোৱা চেহাবৰ ঘৰৰ। দেমাক্ হলে পুৰা আছিল দেই। লোকে অসমীয়া কথাকে নিশিকিলে; কিবা বোলে লেটিভ ভাংকুলাৰ। টিকৰী গল বটুৱা ঘোঁৰাত উঠি বেকন চেহাবক আপিচতে লগ ধৰিবলৈ। আধাঘণ্টামান বাৰাণ্ডাতে থিয় কৰি ৰাখি চেহাবে টিকৰীক আপিচৰ ভিতৰলৈ মাতি নিলে। চেহাবৰ লগতে বৰকেৰেণীও আছিল—বঙালী মানুহ। চেহাবে যৌতুকৰ লিগিৰাব দৰে কলিকতাৰ পৰা লগত লৈ অহা। টিকৰীয়ে চেলাম এটা কৰি চেহাবৰ মুখামুখিকৈ চকীতে বহিল; কলে বোলে, "কাম বিচাৰি আহিছো।" চেহাবে টিকৰীৰ ফালে টেকুৱাকৈ চাই বৰ-কেৰেণীক বোলে, "চহাবৰ আগত চকীত বহিছে, থিয় হবলৈ ক। আৰু পাগুৰী মাৰি বৰচেহাবৰ আপিচত সোমায়! পাগুৰী খুলি থবলৈ ক।" বৰকেৰেণীয়ে টিকৰীক কথাটো বুজাই কলত টিকৰী টিক্‌চিবিক্‌চি উঠিল; বোলে, "এইটো কিবা কামাখ্যা গোসাঁনীৰ মন্দিৰ নেকি যে মই পাগুৰী খুলি থিয় হৈ থাকিব লাগে? মই চাকৰি বিচাৰিহে আহিছো—তোমাৰ ইয়াত শাৰণ-ভজন লবলৈ অহা নাই"
বঙালী বৰকেৰেণীয়ে চেহাবক কথাটো বুজাই দিলত চেহাব খঙতে

বঁটা পৰি গ'ল। চকীৰপৰা একেজঁাপে উঠি "ডেম কামাখ্যা গেট্ আউট" বুলি কঁপি কঁপি আকৌ বহি পৰিল। চেহাবৰ কোব দেখি বৰকেৰেণীৰ তৎস্ফূৰ্তি হেৰাল; তেওঁৰ মুখৰ মাত হৰিল, থক্থক্কৈ কঁপিবলৈ ধৰিলে আৰু যি দুই এটা অসমীয়া কথা জানিছিল তাকো পাহৰি গ'ল। ইফালে টিকৰীয়ে চেহাবে মুখামুখি, বৰকেৰেণীয়ে মুখেৰে বোঁ বোঁ কৰিবলৈ ধৰিলে; বগা চেহাব খণ্ডত জবাফুলটি যেন হৈছে, টিকৰীয়ে এবাৰ চেহাবলৈ এবাৰ বৰকেৰেণীলৈ চাই বোলে, "কামাখ্যা গোসাঁনীৰ নাম শুনিলে অজাতিয়েও ইমান ভয় খায়নে?" চেহাবে একো নুবুজি বৰকেৰেণীলৈ ঘোপাকৈ চালে। চেহাবৰ ৰঙা চকু দেখি এইবাৰ বৰকেৰেণীয়ে ইংৰাজীও পাহৰিলে; আঁঠুৰ ঘিলা ঢিলা হল হব পায়—আপিচৰ মজিয়াতে লেপেটা কাঢ়ি বহি দিলে। তাকে দেখি চেহাবে টিকৰীয়ে কিবা নকৰলগীয়া বাইক্হে কলেনেকি বুলি কলমাৰিডাল লৈ টিকৰীক খেদা মাৰি গ'ল। টিকৰীয়ে কলমাৰি-ডালত ধৰি পাক এটা দি চেহাবৰ হাতৰ পৰা একৰাই আনি মাজতে মতৰকৈ ভাঙিলে আৰু "চাকৰি বিচাৰি আহিলে মাৰধৰ কৰিবলৈ খেদি অহা চেহাব এই প্ৰথম দেখিলো" বুলি মুখ ভেঙুচাই টোৰোক্ টোৰোক্কৈ আপিচৰ পৰা ওলাই আহিল। চেহাবে হাতত মোচোকা খাইছিল হব পায় চকীতে থম্থম্কৈ বহি থাকিল। আপিচৰ মুখতে বান্ধি থোৱা ঘোঁৰাটোত উঠি টিকৰী পাঁচ মাইল দূৰত নকৈ খুলিব ধৰা ইটাখুলি বাগিচা পালেগৈ।

ইটাখুলিত তেতিয়া নতুন বাগিচা খুলিবলৈ মেক্লীন চেহাবে মাটি ভঙাইছে। বঙা ইটা যেন কটুৰ মাটী, বৰষুণ পৰিলে কপাহ-জোলাৰ দৰে সুপ্সুপীয়া হয়। মেক্লীন চেহাবৰ লগত মণিপুৰী ঠিকাদাৰে গোটাই দিয়া চাৰিশ মৰা কুলী। কেৰেণী মহৰী বুলিবলৈ চেহাবেই সকলো। কুম্পানীৰ লগতে অসমলৈ অহা চেহাব—সল্সলীয়া অসমীয়া কথা কয়। টিকৰীক সুধিলে বোলে, "কি কি কাম জান?" টিকৰীয়ে বোলে, "চাহবাগিচাৰ পুলি পচোৱাৰ পৰা



চাহপাত বাকচত ভৰাই চালান দিয়ালৈকে যাবতীয় কাম জানো।" চেহাবে বেকা হাঁহি এটা মাৰি বোলে, "খানা বনাব পাৰিবি?" টিকৰীয়ে বোলে, "মোৰ নিজৰ খানা নিজে বনাওঁ। ভাত আৰু মগুমাহ সিদ্ধ। পালে তাত আলুগুটি বেঙেনা এটাও দি থওঁ। তাকে তোমাৰ পেটত সহে যদি মোৰ লগতে খাব পাৰিবা। মই বাগিচাৰ চাকৰি বিচাৰিহে আহিছো, তোমাৰ গোলামী কৰিবলৈ নহয়। পেংলাই মস্কৰা নকৰিবা; কাম আছে যদি দিয়া, নাই যদি নাই বুলি কোৱা—অইন ঠাইত বিচাৰোগৈ। এন্তাৰ চাহ বাগিচা হৈছে—মোৰ কাৰণে কি কামৰ আকাল লাগিছে?" তাতে মেক্লীন চেহাবে বোলে, "মই পুলি ৰোৱা আৰম্ভ কৰাই নাই—ইয়াত জঙ্গল ভঙা, কোৰ মৰাৰ পৰা হাজিৰা দিয়ালৈকে সকলো কাম কৰিব লাগিব। ভালকৈ গাত লাগি কাম কৰি বাগিচাখন পাত—তোক বৰমহৰী পাতি দিম।" দুবছৰ দিনে-নিশাই খাটি টিকৰী তাতে বৰমহৰী হ'ল।

বিৰচতিবাৰে টিকৰী বাগিচালৈ নোলায়। আগবেলা ঘৰতে হিচাপ-খিতাপ কৰি পাছবেলা বাৰাণ্ডাতে কুলীক হাজিৰা দিয়ে। এদিন বিৰচতিবাৰে জুহালৰ গুৰিতে বহি হোঁকা এচিলিম খাই টিকৰীয়ে হাজিৰা গণি আছে—এনেতে স্বয়ং মেক্লীন চেহাব আহি উপস্থিত। বোলে, "এঘাৰ নম্বৰ বাগানখনত পুলি ৰোৱা হ'ল—চাই আহিব লাগে।" টিকৰীয়ে বোলে, "আজি বিৰচতিবাৰ নহয়—মোৰ বহুত কাম। পাছবেলা হাজিৰা আছে, মই যাব নোৱাৰো। তুমি অকলে যোৱা।" চেহাবে বোলে, "হাজিৰা গধূলি দিলেও হব। কালিলৈ কুম্পানীলৈ ৰেপট পঠিয়াব লাগে। চুপাৰিন্টন্টন্ আহিব।" টিকৰীৰ টিকনি মূৰত বামুণীয়া খং চৰিল। বোলে, "চেহাব তোমাৰ বাগিচা কুম্পানী আৰু চুপাৰিন্টন্টন্ নিগমে ৰসাতলে গলেও মই আজি বিৰচতিবাৰে বাৰবেলাত বাগিচা চাবলৈ নেযাওঁ। তুমি গলে যোৱা নগলে থাকা।" চেহাবে বোলে, "ডেম্ বিৰচতিবাৰ" এইবুলি

ঘোঁৰাত উঠি এঘাৰ নম্বৰ চাবলৈ গল; পিচে বাগানৰ মাজৰ খাল এটাত ঘোঁৰাৰ পৰা পৰি ভৰি এটা ভাঙিলে। বাগিচাত ডাক্তৰ নাছিলেই—খবৰটো পাই কম্পাউণ্ডে আঁঠুৰ জোৰাতে বেণ্ডেজ এটা বান্ধিকুন্ধি বঙলাতে পেলাই থলেগৈ। বৰমহৰীয়ে সেইদিনা চেহাবক চাবলৈ নাহিল। পিচদিনা ৰাতিপুৱা বঙলালৈ আহি চেহাবক বোলে, "গুড্‌ মৰ্ণিং, ভৰিটো কেনে পাইছা?" চেহাবে কেঁকাই-গোঠাই বোলে, "যীচু খৃষ্টটো আচলতে বিৰচতিবাৰে উপজিছিল হব পায়—দেওবাৰে নহয়। বিৰচতিবাৰে সকলো কাম-কাজ বন্ধ ৰাখিব লাগে। পিচে তই কালি মোৰ খবৰ এটা কৰিবলৈ নাহিলি কেলেই?" বৰমহৰীয়ে বোলে, "তোমাক চাবলৈ যদি বঙলালৈকে আহিব পাৰো, বিৰচতিবাৰে এঘাৰ নম্বৰ চাবলৈকো যাব পাৰিলোহেঁতেন। এতিয়া তুমি বিছনাত কমেও ছুমাহ থাকিব লাগিব; কিন্তু মই অন্ততঃ ভালে আছো। তোমাৰ খবৰ কৰিবলৈ আহি মোৰো ভৰি এটা ভাগি ছুয়োটা শইযাগত হোৱা হলে বাগিচা চলিলহেঁতেন কেনেকৈ?"

বাগান পতা শেষ হোৱাৰ পিচত পিচে টিকৰী বৰমহৰী ইটাখুলিত বেছিদিন নিটিকিল। ইতিমধ্যে কিন্তু মেকলীন চেহাবৰ পৰা ইংৰাজী ভাষাটো ৰপ্তকৈ শিকি ললে। মেক্‌লীন চেহাব বদলি হৈ গলত বিলচন চেহাব আহিল। বাগিচা আগৰ দৰেই বৰমহৰীৰ হুকুমত চলি আছিল; পিচে এদিন কথাই কথাই বিলচনে বৰমহৰীক কলে বোলে, "মই চাহখেতিৰ বিষয়ে বিলাতত ট্ৰেইনিং লৈ আহিছো, পুলি বাগানৰ পালং-কামজাৰি মই দিম।" বৰমহৰীয়ে বোলে, "ভাল কথা। পিচে নেচাই ডেইছা দেই!" ছমাহৰ পিচতে বাগিচাত চাহপাত কমি গৈ আধাখিনি হলগৈ। কুম্পানীৰ চুপাৰিন্‌টন্‌টনে খবৰ কৰিবলৈ আহিলত বৰমহৰীয়ে বোলে, "বাগিচাত চাহপাতৰ উৎপন কমাই কেনেকৈ লোকচান ভৰিব লাগে সেই বিষয়ে বিলচনে বিলাতী



ট্ৰেইনিং পাছ কৰি আহিছে। সম্ভৱতে তেওঁৰ বাগিচা তেওঁৰ হুকুমতহে চলে আমি বাকীবোৰ দৰ্মহা খোৱা চাকৰহে।" তাতে বিলচন চেহাবে বৰমহৰীক বৈৰীভাব কৰি বদলিৰ হুকুম দিলে আৰু বৰমহৰীয়ে বদলিৰ হুকুম মান্য নকৰি চাকৰি এৰি থৈ গুচি আহিল।

তাৰ পিচত য'তেই ন-কৈ বাগচা পতা খবৰ পায়, টিকৰী বৰমহৰী তাতে ওলায়গৈ। দুই-চাৰি বছৰ হাড় ভাঙি খাটি বাগিচা পাতে; দুইহাতে ধন ঘটে। বাগান চালু হলে বৰমহীৰ কাম-কাজ কমি যায় গতিকে তেওঁ তাত থাকি ভাল নোপোৱা হয়। চেহাবৰ লগত খুট্‌খাট্‌ কাজিয়া কৰি লেচু এটা উলিয়াই চাকৰি এৰি দি তাৰপৰা বিদায় হয় আৰু অইন ঠাইত চাকৰি লয়গৈ।

এইদৰে ডলাৰ বগৰীৰ দৰে এন্তাৰ চাহ বাগিচাত কাম কৰি ঘূৰি-পকি টিকৰী বৰমহৰী বুঢ়া বয়সত নাজিৰাৰ আচাম কুম্পানীত ওলালগৈ। তাত তেতিয়া বৰচেহাব ৰিচাটচন্‌। সেই সময়ত পিথপীত বৰযুদ্ধখন লাগিছে; আমাৰ দেশৰপৰা মহাৰাণীয়ে হোৱাহোৰে ধন আৰু জাকে জাকে মিলিটাৰী শুহিছে তত যুঁজত খটুৱাবলৈ। ইফালে চাহপাত মৰা, শুকোৱা কলাকৌশল হৈছে—কয়লাৰ ইংজিন চলিছে। ৰিচাটচন চেহাবে বৰমহৰীক বোলে, "তুমি পুৰণিকলীয়া মানুহ। চাহপাত তিয়াৰী কৰাৰ কলকৌশল আগতকৈ বহুত বদলিল—তুশ মানুহৰ এদিনৰ কাম আজিকালি এটা মেচিনে চাৰিঘণ্টাত কৰে।" টিকৰীয়ে বোলে, "এঃ বৰ খোপটো লাগিল বাগিচাত মেচিন হ'ল। বোলো চেহাব—আজিকালি আগৰ দৰে মাটিত চাহগছ নগজে নেকি? নে চাহপাতৰ কোঁহবোৰ আজিকালি মেচিনেৰে গজায়? মেচিনে কিবা চাহপানীৰ টেচ্‌ জানেনে?" চেহাবে তেতিয়া নগা পাহাৰৰ নামনিত বাগিচা এখন খুলিবলৈ বৰমহৰীক ভেজালে। পিচে বৰমহৰীৰ পৰি অহা দেহাত ন বাগান খোলাৰ পৰিশ্ৰমে নসহিলে। তাতে কাম কৰি থাকোঁতেই বৰমহৰীক

পখৰা-পখৰি নগাজোকে খালে। সেয়ে লেচু লৈ তেজ ক'লা পৰিলত টিকৰী ৰবমহৰীয়ে নিজে খোলা বাগিচাতে দেহা ৰাখিলে।

এই যে যুদ্ধখন লাগিছে বোপাইহঁত, এইখন বোলে মহাসমৰ। গোটেই পিথগীখনতে যুদ্ধৰ জুই জ্বলিছে—একালৰপৰা দহিপুৰি ছাৰখাৰ কৰি নিছে। এনেয়ে ৰাইজৰ হকে খৰচ কৰিবলৈ চৰকাৰৰ ভঁৰালত ধন নাই—হাঁ-তে শুকাই থাকে, কিন্তু এই যুদ্ধখনত হোৰাহোৰে টকা ঢালিছে—যেন ধন নহয়, খোলাকটিহে! চিকাৰূপবোৰ শেষ হ'ল—কাগজৰ লোট ওলাল, কিছুমান ঠাইত সেইবোৰো শেষ হ'ল—তাত নীলা, হালধীয়া ৰং-বিৰঙৰ কাগজত ৰবৰৰ চাব্ মাৰি চহী কৰি টকা বুলি চলাইছে। সিবাৰ নাগিনীমৰাৰ কাষৰ মৰিদিখৌত ৰৰশী বাবলৈ গৈছিলো, বিহুৰৰ বাগিচাৰ হাটত তেতিয়া ভঙনীয়া চৰতীয়া সিকিৰ বদলি এচ্‌ফিল চেহাবৰ চাব্‌মোহৰ মৰা কাগজহে চলিছে। দোকানীয়ে মোকো কেইখনমান দিছিল। মই বোলো, "আমি ঘূৰিপকি ফুৰা মানুহ, আজি অ'ত কালি ত'ত; এইবোৰ কাগজ-পত্ৰ অইন ঠাইত নচলিব নহয়—মোক চৰতীয়া আদমহীয়াকে দিয়া।" দোকানীয়ে বোলে, "ক'ৰপৰা পাম? দেশখন কাগজৰ লোটেৰে ভৰিল। কাঁহ-পিতল, তাম-ৰূপ হৰমোহন হ'ল। আমি যেনেবোৰ পা-পইচাৰে ব্যৱসায় কৰিছো তেনেবোৰহে দিব পাৰিম।" এটা আদমহীয়াৰ বদলি চেহাবৰ চহী মৰা মু[illegible]ৰঙৰ কাগজ এডোখৰ দিলে। মই লৈ আহি মৰিদিখৌত পেলাই দিলোহি; বোলো আদমহীয়া এটা জানিবা হেৰাল!

আ–সেই সময়ত ৰাইজৰ কি চখ্! যেনিয়েই চোৱা পইচাহে পইচা! যেন ফাকুখেলত ধূলি-বালিহে ছটিয়াইছে! আগেয়ে বাৰীৰ তামোল এপোন বা পাণ এগোট বেচি চৰতীয়াটো পালে মুধচৰ বাঁহৰ খুটাত খোলনি এটা কাটি ভৰাই থোৱা বিৰায়ে মিলিটেৰীৰ বাঁহ-খেৰৰ ঠিকা লৈ দহ টকা পাঁচ টকাক পইচা যেনেই নেদেখা হ'ল। বাগুলে বাগুলে কৰ্‌কৰীয়া লোট, যেন ভাদমহীয়া ভোগদৈত উজানৰ নাৰ বাট মাছহে! ধনেৰে চেন্‌গুটি খেলি হেকাই টিলিকি বাওঁতে বাওঁতে গাখীৰৰ সেৰে এটকা হ'ল, পাণৰ গুচিত চুঅনা। মিলিটেৰীয়ে বিলাত দেশৰ পৰা আনি খোৱা গৰু-গাহৰিৰ মঙহৰ খালি টিনবোৰেৰে লোহাৰ দলঙৰ গুৰিৰ ভোগদৈৰ পাৰত দম বান্ধিলে—সেইবোৰ গেলিপচি ভেকেটাভেকেট চুৰ্গন্ধ ওলাল। টকা-পইচাৰ মলয়াত গা ঘেলোৱা ৰাইজে পথাৰলৈ পাহৰিলে—খেতি-বাতি সমূলঞ্চে উছন্ গ'ল। ৰাইজৰ ভাব, টকাৰে পেৰা-পেটাৰি খুন্দ্‌খাই আছে—শৰীৰত কষ্ট দি হালবাই খোত কৰি কি লাভ? ধান-চাউল কিনি খালেই হ'ল! ইফালে বস্তুৰ দাম হো-হোকৈ বাঢ়িছে—খেতিয়ক ৰাইজে খেতি-বাতি এৰি দি ঠিকা-ঠুকলি, বাণজ-ব্যৱসায়তহে মন দিলে। পথাৰৰ মাটি ছন পৰি থাকিল, ৰাইজে সস্তীয়া টকা ঘটাত লাগিল। পিচে বোপাইহঁত, পেটৰ ভাতমুঠি হ'ল মূলকথা, ৰাইজৰ এনে হেনস্তা আই লখিমীয়ে নসহিলে। ধান-চাউলৰ দাম দোপতদোপে বাঢ়ি গৈ গৈ টিংখোপ পালেগৈ। ৰাইজৰ যি চুই-এঘৰে নতুন সোঁতত গা নেঘেলাই জনমযুগীয়া খেতি-বাতিকে মোৰ বুলি খামোচ মাৰি ধৰি থাকিল, তেখেতসবেই শেহান্তৰত বৰ্তি থাকিলগৈ। বাকী ন-পানীত টিঘিলঘিলাই উঠা ৰাইজৰ হাৰাত অহা ধন [illegible]ৰাই উৰাই নিলে—বোলে খালৰ পানী বাঁহপাতে শুহিলে। যুদ্ধত উজান উঠা ধন যুদ্ধই ৰাইজৰ গাঁঠিৰপৰা সুৰ্‌সুৰ্‌কৈ সৰকাই নিলে—কোনেও তৰ্কিবই নোৱাৰিলে। যুদ্ধৰ ধনেৰে নকৈ হোৱা বাবুসকলৰ কোট-পট্‌লুন ফাটিছিটি উঁৰলি গ'ল; বাঢ়নী পানী টুটিলত ঠিকাদাৰৰ টিকা ওলাই পৰিল, টেৰীয়া পাগ নামি নামি একবস্ত্ৰ হৈ কঁকাল পালেহি। বয়-বস্তু সকলো হৰমোহন হৈ চোৰাং বজাৰত সোমাল—তাতে টেধৰ ব্যৱসায়ীয়ে ৰাইজক আঁৰ কৰি

দুপইচা ঘটিলে। টকা-পইচাৰ একো মূল্যই নাথাকিল; আৰু এইখন বৌজাল বৌজালতে আমাৰ হোজা অসমীয়া মানুহকেইটাৰ ইকূল সিকূল দুয়োকূল গ'ল।

গান্ধীৰজাই পিচে কৈছিল বোলে লোকে লোকে খোৱা-কামোৰা কৰিছে, দুই গোনা ম'হৰ যুঁজত আমি বিৰিণা হৈ নোসোমোৱাহে ভাল। পিচে যিখনহে দলদোপ হেন্দোলদোপ হ'ল—কোনে কাৰ কথা শুনে? টকা-পইচাৰ লালসা নদমে, হয় মানে নাটে। যুদ্ধৰ হেঁচাত বাপতি কলীয়া ভেটি আৰু ব্যৱসায় এৰি অ'ৰ মানুহ তলৈ গ'ল—ঠিকা-ঠুকলি, ফাঁকি-ফুকলি, চোবাং ব্যৱসায় আদি কৰি সহজে ধন ঘটাৰ বুধি ওলাল; ৰাইজে গা-খাটি কষ্ট কৰিবলৈ লাজ পোৱা হ'ল; আগেয়ে মূৰৰ ঘাম মাটিত পৰিলে উপাৰ্জন হোৱা টকাটো এতিয়া পটলুনৰ জেপত হাত দুটা ভৰাই উলিয়াব পৰা হ'ল। পিচে বোলে যাচি দিলে সুবৰ্ণৰো মূল্য নাই—বিনা দুখে অৰ্জা ধন খোলাকটি। গতিকে খৰচৰ বান্ধছাট নাইকিয়া হ'ল। পৰিশ্ৰমৰ দামো নাই, মানো নাই। মাফতে পোৱা কৰ্কৰীয়া কাগজৰ লোট মুঠিয়ে মুঠিয়ে জেপৰপৰা উলিয়াই দুইহাতে ছটিয়াবলৈ পাই মানুহবোৰ অকামিলা ধোদ হ'ল আৰু এই সুবিধাতে দেশৰ ধনে সুৰ্ সুৰ্ কৈ বিদেশলৈ বাট ললে।

এনে সময়তে অইন দেশৰ বাহিৰা বেপাৰী বণিক আহি আমাৰ দেশখনত গোজেই গছ হৈ বৰশিপা পুতি বহিল। হেজাৰ হেজাৰ অনা-অসমীয়াই ঘটি এটাই লোটা এটাই সম্বল কৰি আহি আমাৰ দেশত বণিজ কৰিলেহি আৰু বছৰ নৌঘূৰোতেই নিজৰ নিজৰ দেশত সোণেৰে ঘৰ বান্ধিব পৰা হ'ল। গাঁৱে-ভূঞে মহাজন বহিল, নিছলা ৰাইজক সুতলৈ টকা ধাৰে দি মাটিভেটি বন্ধকত ললে; সুতত মাৰি ধান লয়, পিচত বন্ধকৰ মিয়াদ পূৰা হলে মাটিকণো লৈ থয়। গাৱঁলীয়া ৰাইজখন টকস্বৰি হ'ল। ক'লা বজাৰ ওলাল। ভেজাল



চলিল। কেৰাচিন নিমখ হৰতাল হ'ল। যোত্ৰ থকাবোৱে এগুণত দহগুণ দাম দি চোৰাংকৈ কিনিলে; দুখীয়া ৰাইজে নিমখৰ বদলি কলাখাৰ খালে, কেৰাচিনৰ টিপ্‌চাকিৰ বদলি নাহৰগুটি জ্বলালে। ৰাইজে দেশে লাওলোৱা হ'ল; বাহিৰত ৰজাঘৰীয়া ভেম আৰু বৰচুৰিয়াৰ ফেৰটোহে থাকিলগৈ—ভিতৰখন কেঁকোবাখোলা হ'ল। সেই যে কঁকাল ভাগিল বোপাইহঁত, আমাৰ জাতটো আৰু আজিকোপতি উধাব নোৱাৰিলে। পিচে ঈচৰে কৰিলে আকৌ এদিন উঠিব দেই—তাকেহে খাটি আছো। আমি সেইকণ সুখ খাবলৈ লেলাই-ধেন্দাই জীয়াই নেথাকো—। অৱশ্যে আমি নেদেখিলেও আমাৰ নাতি-পুতিয়ে দেখিবগৈ।

+ + +